# এলাঙ্গুৰ পাহাৰ
আৰু
অন্যান্য

( নাট্য সংকলন )

আলি হাইদৰ

চন্দ্ৰ প্ৰকাশ
পানবজাৰ গুৱাহাটী-১

Alandhur Pahar Aru Anyanya-written by Ali Hyder and Published by Shri Rajendra Mohan Sarmah on behalf of Chandra Prakash, Panbazar, Guwanati-1. Ph. No-511946 Price :—30·00.

প্ৰকাশক :
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰপ্ৰকাশ, গুৱাহাটী-১

বেটুপাত : প্ৰদীপ নাথ

মূল্য : ৩০·০০ ( ত্ৰিশ ) টকা

ছপা :
আভাশ্ৰী প্ৰেছ
২৩, যুগোল কিশোৰ দাস লেন
কলিকতা-৬

॥ উৎসৰ্গা ॥

স্বৰ্গীয় বাবা ( দেউতা )-ৰ
পবিত্ৰ সোঁৱৰণত।

# সূচীপত্র


| | | |
|---|---|---|
| ১। | এলাহুর পাহাড় | ৯ |
| ২। | অহৈতুকী স্বদেশ প্রীতি | ৩৫ |
| ৩। | অজন্তা-ইলোরা। | ৫৯ |
| ৪। | গৌতম, রুস্তম আর | ৭৭ |
| ৫। | জন্মক্রন্দন | ১০১ |
| ৬। | উত্তর | ১২৫ |

## । পূৰ্বৰঙ্গ ।

নাটক আৰু মঞ্চত একাগ্ৰতাৰে লাগি থকা [illegible] যুৱকৰ ভিতৰত আলি হাইদৰো এজন [illegible]... তেওঁৰ আগ্ৰহ অকল নাটক-ৰচনাতে আবদ্ধ হৈ থকা নাই, অভাৱ [illegible] প্ৰকাশ পাইছে। তেওঁৰ এই আগ্ৰহৰ প্ৰতিভূ [illegible] নাট্যসংস্থা। এই সংস্থাটোৰ জৰিয়তে হাইদৰৰ [illegible] অভিনীত হৈছে। অসমৰ অন্যান্য মঞ্চতো তেওঁৰ দুই এখন নাটকৰ অভিনয়ৰ কথা শুনা গৈছে।

নাটকৰ প্ৰসংগত একাষাৰ কথা আমি সদায়ে শুনি আহিছোঁ—অসমীয়াত নাটক নাই। এই অভিযোগটো টপৰাই মানি ল'ব নোৱাৰি। অভিযোগটো অনাৰ প্ৰধান কাৰণ, আমাৰ প্ৰকাশিত নাটক সংখ্যাত বৰ কম। গল্প, উপন্যাস আদি যিমানখিনি লিখা হয় সিমানখিনিয়েই প্ৰকাশিত হয়। কিন্তু নাটক যিমানখিনি লিখা হয় আৰু মঞ্চত তোলা হয় তাৰ এভাগো ছপাশাল গৰকি পোহৰলৈ নাহে। আচলতে, প্ৰতিটো দশকতে ভালেমান নাটক লিখা হৈ আছে আৰু এই নাটকসমূহে বিভিন্ন বিষয় আৰু কৌশলো সামৰি লৈছে। কিন্তু ছপাৰ ৰূপ লাভ নকৰা বাবে এইবোৰ নাটকৰ খবৰ বহুতে নাপায়। হাতে লিখা অৱস্থাৰে নিশ্চিহ্ন হৈ যোৱা বাবে এই নাটকসমূহৰ বিভিন্ন দিশৰ বিষয়ে কোনো সমালোচনাও প্ৰকাশ নাপায়। নাটকৰ উন্নতিৰ কাৰণে অভিনয় যিমান প্ৰয়োজনীয়, সমালোচনাও সিমানেই প্ৰয়োজনীয়। আলি হাইদৰে নাটকৰ এই দিশটোৰ গুৰুত্ব উপলব্ধি কৰিয়েই তেওঁৰ নাটকসমূহ ছপাৰূপত পাঠকৰ সন্মুখত দাঙি ধৰিবলৈ চেষ্টা কৰিছে।

হাইদৰৰ নাটকৰ বিষয়বস্তু অপৰিচিত নহয়। দুখীয়ানিছলাৰ প্ৰতি সহানুভূতি, অত্যাচাৰী আৰু নিষ্পেষকৰ বিপক্ষে বিদ্বেষ—এই কেন্দ্ৰীয় ভাৱে তেওঁৰ নাটকৰ কাহিনী নিয়ন্ত্ৰণ কৰে। এই সংকলনত সন্নিবিষ্ট নাটককেইখনো ইয়াৰ ব্যতিক্ৰম নহয়। ইয়াতো অত্যাচাৰী শাসকৰ প্ৰতিপত্তি ওফৰাই দিয়াৰ বাবে, ধন-ঐশ্বৰ্যৰ অধিকাৰী হৈ দুখীয়াৰ ওপৰত নিষ্ঠুৰ অত্যাচাৰ চলোৱা-সকলৰ বিৰুদ্ধে সজাগ হ'বলৈ দৰ্শকক উদ্দীপিত কৰাৰ চেষ্টা জড়িত হৈ আছে কিন্তু কাহিনী বিন্যাসত তেওঁৰ দৃষ্টি প্ৰধানকৈ নিবদ্ধ হৈছে মঞ্চৰ প্ৰয়োজনীয়তাৰ ওপৰত। ফলস্বৰূপে, কেন্দ্ৰীয় ভাবটো প্ৰকাশ কৰাৰ কাৰণে যি প্ৰতীকী ৰূপৰ আশ্ৰয় লোৱা হৈছে তাৰ ব্যঞ্জনা বৰ গভীৰ হৈ উঠা নাই। প্ৰতীকী ৰূপটোত দৰ্শকৰ অনুধ্যানৰ কাৰণে বিশেষ থল নথকা বাবে কাহিনীৰ

সংবেদনশীলতা ভালেখিনি কমি যোৱা যেন অনুভৱ হৈছে। তদুপৰি, মানসিক অথবা সামাজিক পৰিৱৰ্তন প্ৰদৰ্শন কৰাৰ অত্যুৎসাহে কাহিনীৰ গতি ঠাই-বিশেষে অস্বাভাৱিক কৰি তুলিছে। 'এলান্ধুৰ পাহাৰ'-ত হানিফৰ মনৰ আকস্মিক পৰিবৰ্তনৰ হেতু বিচাৰি পাবলৈ টান হয়। সেইদৰে, 'অজন্তা-ইলোৰা'-ত বিষয়ৰ প্ৰকৃতিলৈ চাই কাহিনী-বিন্যাস প্ৰত্যয়জনক হৈ উঠিছে বুলি ক'ব নোৱাৰি। মৃত ছোৱালী কেইজনী জীৱন্ত হৈ উঠাটো ইয়াত খাপ খাই পৰিছে বুলি ভাবিবলৈ অসুবিধা হয়। এইদৰে সূক্ষ্মভাৱে বিচাৰ কৰি চালে হাইদৰৰ নাটকত দুই-চাৰিটা খুঁত ওলাব পাৰে। কিন্তু সামগ্ৰিক বিচাৰত তেওঁৰ নাটকে দৰ্শক-পাঠকৰ বাবে প্ৰয়োজনীয় উপকৰণসমূহৰ সৰহ-খিনিয়েই যে পূৰণ কৰিব পাৰিব, সেই বিষয়ে সন্দেহ নাই।

শৈলেন ভৰালী

॥ আগকথা ॥

অধুনালুপ্ত 'নৱাৰুণ' নাট্যদলৰ লগত এটা সময়ত মই জড়িত আছিলো঳। সেয় আশী দশকৰ প্ৰায় শেষ ভাগলৈকে।

'নৱাৰুণ'ৰ তাগিদাতে একাংকিকাই হওক বা পূৰ্ণ দৈৰ্ঘ্য হওক মোৰ প্ৰায়বিলাক নাটক লিখা হৈছিল। এই সংকলনৰ সন্নিবিষ্ট নাটককেইটাৰো 'নৱাৰুণ'ৰেই প্ৰেৰণা।

'অহৈতুকী স্বদেশ প্ৰীতি'খন ইতিমধ্যে বহু ঠাইত বহুবাৰ মঞ্চস্থ হৈছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই উক্ত নাটক আৰু 'অজন্তা-ইলোৰা' দুয়োখনি অনতাঁৰ মাধ্যমেৰে প্ৰচাৰ কৰিছে।

বৰ্ত্তমানলৈকে বহুতো নাটকেই লিখা হ'ল।

বহু নাটক পাণ্ডুলিপি অৱস্থাতেই হেৰায় গ'ল।

নাটকবিলাকৰ প্ৰকৃত মূল্যাংকন কৰাৰ সুবিধা পাঠক-দৰ্শকক দিব পৰা নাই। সেয়েহে থকাখিনিৰ কিছু হ'লেও গোটাই-পিতাই পাঠক-দৰ্শকৰ হাতত তুলি দিয়াৰ ইচ্ছা। ইচ্ছা নাটককেইখনৰ ভাল বেয়াৰ এটা মূল্যাংকন হওক।

ভাতৃপ্ৰতীম শ্ৰীললিত বৰাৰ সুগস্থাপিত 'চন্দ্ৰ প্ৰকাশ'ৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মাই নাটককেইখনৰ প্ৰকাশ কৰি দিয়াৰ দায়িত্ব লৈ কৃতাৰ্থ কৰিলে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰদ্ধেয় শৈলেন ভৰালীদেৱে ভীষণ ব্যস্ততাৰ মাজতো সমালোচনামূলক পাতনী এটা লিখি নাটকেইখনৰ গুৰুত্ব আৰু সৌষ্ঠব বৃদ্ধি কৰিলে।

এই ছেগতে—শ্ৰদ্ধেয় ভৰালী চ্যাৰ আৰু শ্ৰীযুত শৰ্মালৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিলো঳। লগতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ নাটক প্ৰযোজক আৰু শিল্পীসকল আৰু শ্ৰীললিতলৈ মৰম থাকিলো঳।

সেৱাৰে—
আলি হাইদৰ
উত্তৰ লক্ষীমপুৰ।

# এলান্ধুৰ পাহাৰ

চৰিত্ৰলিপি ঃ

১। নবাব।
২। হানিফ।
৩। বুঢ়া।
৪। ইন ক্লাবী।
৫। বুঢ়ী আৰু ঝাকৰালী।

আঁৰ কাপোৰৰ আঁৰত ঃ

( মঞ্চ-সজ্জাত জটিলতা নোহোৱাই ভাল। এখন ক'লাক্রীণ হ'লেই হ'ব। অন্যথা প্রতীকধর্মী মঞ্চ-সজ্জাৰ ব্যৱস্থা কৰি লব পাৰে। এয়া সকলো পৰিচালকৰ সৃজনীশীল দৃষ্টিভঙ্গীৰ ওপৰত নির্ভৰ কৰিব।)

আঁৰ কাপোৰ উঠাৰ পাছত ঃ

( মঞ্চত কেৱল নৱাব আৰু হানিফ থাকিব। নৱাব, এজন খঙাল, হৃদয়হীন অভিজাত্যৰ ভেমত থকা আদহীয়া লোক। সাজ-সজ্জাত আভিজাত্য বিদ্যমান। হানিফ, এজন গুণ্ডা প্রকৃতিৰ যুৱক। সাজ-সজ্জাত নৱাবৰ অনুৰূপ। বয়স প্রায় ৩০/৩৫ মান হ'ব।)

নৱাব ঃ খুব মজা হৈছে, খুব মজা হৈছে, সিহঁত প্রত্যেকেই একো একোটা শিক্ষা পোৱা উচিত। ( কথাৰ সুৰ সলাই ) কিন্তু মই আচৰিত হৈছোঁ হানিফ, তুমি যে সিহঁতক একো কৰিব নোৱাৰিলা।

হানিফ ঃ ( অতি বিনয়ভাবে ) গুস্তাখী মাফ নৱাব চাহাব। মই মোৰ কামত কোনো গাফিলতি কৰা নাই।

নৱাব ঃ হো! কামত গাফিলতি কৰা নাই? তেন্তে এইবোৰ, এইবোৰ কি দৰে হ'বলৈ পালে?

( প্রায় উত্তেজিতভাবে ) এই ইনক্লাব, এই বিদ্রোহ, এই জনতাৰ চিৎকাৰ, এইবোৰ ক'ৰপৰা হ'বলৈ পালে?

হানিফ ঃ এই সকলোবোৰ কি দৰে হৈ গ'ল—মই ( সুৰ সলাই )—নাই-নাই আপুনি মোৰ ওপৰত ভৰসা ৰাখক, মোৰ এই ভোগাৰৰ ( কঁকালৰ-পৰা ভোগাৰ উলিয়াই দেখুৱায় ) ওপৰত ভৰসা ৰাখক, মই-মই সকলোকে খতম্ কৰি দিম।

নৱাব ঃ ভৰসা ( হাঁহে )! কিন্তু আৰু কিমান দিন ভৰসা কৰিব লাগিব?

হানিফ ঃ লাজ নিদিব নৱাব চাহাব।

নৱাব ঃ লাজ ( হাঁহি হাঁহি )! লাজতো মই পাইছোঁ। তোমাৰ নিচিনা এটা ওস্তাদ থাকোতে মোৰ এই অঞ্চলত ইনক্লাব, বিদ্রোহ, জনতাৰ চিৎকাৰ— ( মুখৰ কথা কাঢ়ি )

হানিফ ঃ মাত্র এবাৰ মৌকা দিয়ক নৱাব চাহাব, এই ইনক্লাব, এই চিৎকাৰ, এই সকলোবোৰ চাৰা জিন্দেগীৰ বাবে খতম্ কৰি দিম। সিহঁতে এই হানিফ ওস্তাদক চিনি পোৱা নাই!

নবাব : হো-ওস্তাদ! কিন্তু ইয়াত ওস্তাদী কৰিলে নচলিব। জনতাৰ মিচিলৰ মাজত সোমাই, তুমি তোমাৰ ওস্তাদী দেখুৱাবা। দেখা নাই, কিমান তৰিকা কৰি প্ৰতিটো মিচিলৰ মাজত মোৰ মানুহৰে মাৰ পিত কৰোৱাই, সিহঁতৰ মিচিল ভাঙি দিছোঁ ?

হানিফ : এই বাৰৰপৰা মোৰ আৰু ভুল নহয়।

নবাব : তুমি দেখা নাই, প্ৰতিটো মিচিল এলাকুৰ পাহাৰৰ ফালে আগবাঢ়ি গৈছে ?

হানিফ : দেখিছোঁ নবাব চাহাব!

নবাব : এলাকুৰ পাহাৰৰ কাষেৰে বৈ যোৱা প্ৰবল বেগী বেগৱতী নদীখনে কি দৰে অহৰহ পাহাৰৰ গাত খুন্দিয়াব লাগিছে—তাক তুমি নাজানা ?

হানিফ : জানো!

নবাব : প্ৰতিটো মিচিলে অলপ অলপ কৰি কাটি কাটি কি দৰে এলাকুৰ পাহাৰ খহাই আনিছে—দেখা নাই ?

হানিফ : দেখিছোঁ!

নবাব : এই দৰে হ'বলৈ হ'লে এদিন পাহাৰটো সম্পূৰ্ণ খহি যাব আৰু খহি গ'লেই বেগৱতী নদীখন এইফালে বৈ আহিব। তেতিয়া তাৰ পানীৰে এই অঞ্চলৰ সকলোবোৰ এলাকু ধুই পেলাব। লগে লগে এলাকুৰ আঁৰত লুকাই থকা সকলো ওলাই পৰিব। আৰু তাতোতকৈ ডাঙৰ কথা কি হ'ব জানা ?

হানিফ : কি ?

নবাব : সেই নদীখন এইফালে বৈ আহিলে মোৰ সাতামপুৰুষীয়া নবাবী খিতাপ শেষ হৈ যাব।

হানিফ : নদীখন আপোনাৰ ৰাজপ্ৰসাদ উটুৱাই লৈ যাব।

নবাব : (ভয় আৰু উত্তেজনাৰে) আৰু তেতিয়া-তেতিয়া মোৰ কি হ'ব ? (প্ৰায় খঙত) নাই-নাই সেইটো হ'বলৈ দিব নোৱাৰি। (মুখৰপৰা খঙৰ ভাব লাহে লাহে আঁতৰাই ক্ৰমান্বয়ে মুখলৈ হাঁহি আনে আৰু অট্টহাঁহি মাৰে।) ইমান সোনকালে মোৰ ৰাজপ্ৰসাদ, মোৰ নবাবী খিতাপ শেষ হৈ নাযায়। এই মিচিলবোৰ কি দৰে খতম কৰিব লাগে তাৰ প্ৰতিটো তৰিকা মোৰ জনা আছে।

হানিফ : খোদাৰ কচম, নবাব চাহাব! এই হানিফ ওস্তাদে আপোনাক সদায় মদত কৰি থাকিব।

নবাব : (চিন্তা কৰি) খোদাৰ কচম! খোদা! আল্লাতাল্লাহ। (সুৰ সলাই) হানিফ ওস্তাদ—

হানিফ ঃ পেছ কৰক নবাব চাহাব !

নবাব ঃ এই খোদা, এই আল্লাতাল্লাহ, আমাৰ এলাহুৰ পাহাৰ খিয় কৰি বখাত একো একোপাত অস্ত্র হ'ব জানা।

হানিফ ঃ নবাব চাহাব, মই সকলো বুজিছোঁ।

নবাব ঃ (ব্যঙ্গৰ সুৰত) হোঁ তুমি দেখিছোঁ বৰ চমজ্দাৰ ! জানা তোমাৰ দৰে এজন চমজ্দাৰীক মোৰ সদায় দৰকাৰ।

হানিফ ঃ (বাহিৰলৈ চাই) নবাব চাহাব, এজন বুঢ়া আহিছে।

নবাব ঃ ক'তা ? (বাহিৰলৈ চাই) অ' সেইজন। তুমি ভয় নাখাবা।

হানিফ ঃ মানে ?

নবাব ঃ সেইবোৰ বুঢ়া মানুহ, সিহঁত সদায় আমাৰ আঙুলিৰ ইচাৰাত উঠা-বহা কৰি আহিছে ; এতিয়াও কৰে আৰু কৰি থাকিব।

হানিফ ঃ তেতিয়াহ'লে মোৰ বাবে আদেশ পেছ কৰক।

নবাব ঃ ৰবা, এই বুঢ়াজনৰ মুখৰপৰা কি সংবাদ পাওঁ তাকে চোৱা যাওঁক।

(এজন বুঢ়াৰ প্ৰবেশ। বয়স ৫০।৬০ মান হ'ব। চুলি ডাৰি প্ৰায় পকা। সাজ-সজ্জা সাধাৰণ। বুঢ়াই আহি নবাবক কুৰ্ণিছ দিয়ে।)

বুঢ়া ঃ নবাব চাহাব, গুস্তাখীমাফ।

নবাব ঃ ইনক্লাবীৰ খবৰ কি ?

বুঢ়া ঃ সিহঁত দৃঢ় প্ৰতিজ্ঞ, সিহঁতক বাজি কৰিব নোৱাৰি।

নবাব ঃ (খঙত) বেলায়ক।

বুঢ়া ঃ মই বৰ লজ্জিত।

নবাব ঃ লজ্জা কৰিলে আমাৰ কাম হাচিল নহয়।

বুঢ়া ঃ নবাব চাহাব, সিহঁতে এলাহুৰ পাহাৰৰ কালে ক্ৰত গতিত আগুৱাইছে।

নবাব ঃ কি ? হানিফ !

হানিফ ঃ বান্দা হাজিৰ নবাব চাহাব।

নবাব ঃ তৎক্ষণাত ইয়াৰ ব্যৱস্থা কৰাগৈ।

হানিফ ঃ হানিফ ওস্তাদ থাকোতে আপুনি নিৰ্ভয়ে থাকিব পাৰে। (বুঢ়াক) এই বুঢ়া, ইনক্লাবী দল এতিয়া ক'ত ?

বুঢ়া ঃ সিহঁত, মানে—মানে—

হানিফ ঃ এই বুঢ়া, ভোজাৰ দেখা নাই ? (ভোজাৰ দেখুৱাই) এইখন জিভাত লাগিলে, জিভা টুকুৰা হৈ যায় আৰু চাবা' জিন্দেগীৰ বাবে জোবান বন্ধ হৈ যাব। সচা কথা ক'।

নবাব : সচা কথা ( হাঁহি )। সচা কথা কি হবে উলিয়াব লাগে সেয়া মই জানোঁ। হানিফ, তোমাব কাম তুমি কবাগৈ।

হানিফ : বান্দাই হুকুম তালিম কবিম।

নবাব : যোৱা।

হানিফ : ইনৃচা আল্লাহ।

নবাব : খোদা হাফেজ—

হানিফ : খোদা হাফেজ।

( হানিফব প্রস্থান। )

নবাব : ( বুঢ়াক ) ও! তোমাব কি হ'ল ?

বুঢ়া : নবাব চাহাব।

নবাব : ইনক্লাবী দল এতিয়া ক'ত ?

বুঢ়া : মানে, মই—মই—

নবাব : ( খঙত ) ইনক্লাবী দল ক'ত ?

বুঢ়া : ( ভয়ত ) মোক—মই—

নবাব : ও! বুজিছোঁ। ( সুব সলাই ) তোমাব নিশ্চয় ভোক লাগে ?

বুঢ়া : আমিতো ভোকাতুবেই নবাব চাহাব।

নবাব : ( ব্যঙ্গ সুবত ) ভোকাতুব! ভোক লাগিলে নিশ্চয় খাবলৈ মন যায় ?

বুঢ়া : যায়, নবাব চাহাব।

নবাব : এই অঞ্চলত মোব সাতামপুৰুষীয়া খানদানী নবাবী খিতাপ চলি আছে-জানা ?

বুঢ়া : প্রতি খোজে খোজে এই কথা অনুভৱ কবোঁ।

নবাব : ( ব্যঙ্গ সুবত ) তুমি দেখিছোঁ বব চমজদাব। ( সুব সলাই ) আক এইটো কথাও জানা যে মোব আঙুলিব ইচাবাত ইয়াব মানুহ উঠা-বহা কবে।

বুঢ়া : জানো নবাব চাহাব।

নবাব : ( খঙত ) তেন্তে শুনা, আজিবপবা তোমালোক ভোকাতুববোবে কিদবে খাব পোৱা সেয়া মই চাম।

বুঢ়া : গৰীবব প্রতি দয়া কবক।

নবাব : গৰীব! ( হাঁহে। হাঁহিব পিছত সুব সলাই ) তইতক, মই তিল-তিলকৈ মৃত্যুব মুখলৈ ঠেলি পঠাম।

( নবাব যাব ধবে। )

বুঢ়া : নবাব চাহাব, আপুনি আমাব ত্রাণ কবোতা, আপুনি মদত কবিলে খোদাই আপোনাক বৰ্কত দিব।

নবাব ঃ খোদা! আল্লাতাল্লাহ! (সুৰ সলাই) হেঁ! খোদালৈ ভয় কৰা?

বুঢ়া ঃ খোদালৈ! ভয় কৰোঁ।

নবাব ঃ তেন্তিয়াহ'লে নিমখ খাই যে নিমখ হাৰামী কৰিব নাপায় তাকো জানা?

বুঢ়া ঃ জানোঁ।

নবাব ঃ তুমিতো মোৰ নিমখ খাইছা?

বুঢ়া ঃ খাইছোঁ।

নবাব ঃ তেন্তে কোৱা, ইনক্লাবী দল ক'ত?

বুঢ়া ঃ মানে—

নবাব ঃ কোৱা।

বুঢ়া ঃ মানে—

নবাব ঃ খোদা আছে, নিমখ হাৰামী নকৰিবা।

বুঢ়া ঃ (ভয়ত) খোদা! আচলতে নবাব চাহাব, সিহঁতে এলাহুৰ পাহাৰৰ প্ৰায় কাষ পালেগৈ।

নবাব ঃ এতিয়াহে চিধা বাটত। সিহঁতক গৈ হানিকে পাব?

বুঢ়া ঃ পাব।

নবাব ঃ (খঙত) তুমি ইমান পৰে কোৱা নাছিলা কিয়?

বুঢ়া ঃ সিহঁতে মোক মানা কৰিছিল।

নবাব ঃ সিহঁতে মনা কৰিছিল! এই মহল কাৰ? সিহঁতৰ নে মোৰ?

বুঢ়া ঃ আপোনাৰ।

নবাব ঃ তুমি কাৰ ভাত কাম কৰি খাই আছা?

বুঢ়া ঃ আপোনাৰ।

নবাব ঃ কিন্তু তুমি এতিয়া কাৰ কথা মতে চলিব বিচাৰিছিলা?

বুঢ়া ঃ (নবাবৰ ভৰিত ধৰে) মোৰ ভুল হ'ল নবাব চাহাব।

নবাব ঃ ভুল! (হাঁহে) জানাইতো ভুল কৰিলে প্ৰতিফল কি পোৱা যায়?

বুঢ়া ঃ এই বাৰলৈ মোক ক্ষমা কৰক।

নবাব ঃ ক্ষমা! (হাঁহে)

বুঢ়া ঃ আমি আপোনাৰ বান্দা।

নবাব ঃ মোৰ বান্দা? গুনাহ, গুনাহ। নাই, নাই মোক গুনাহৰ ভাগী নকৰিবা। মোৰ বান্দা নহয়। খোদাৰ বান্দা, আল্লাতাল্লাহৰ বান্দা। মই খোদাৰ বান্দা, তুমি খোদাৰ বান্দা। মোৰ বান্দা বুলিলে গুনাহ লাগিব।

বুঢ়া : আপুনি আমাৰ জীৱনদাতা,. আপুনিয়েই আমাৰ বাবে খোদা— —

নবাব : তৌবা কৰা, তৌবা কৰা—

বুঢ়া : নবাব চাহাব।

নবাব : (আদেশৰ সুৰত) শুনা। তুমি অতি সোনকালে ইনক্লাবীৰ মিচিল ভাঙি দিব লাগিব।

বুঢ়া : কিন্তু মই কিদৰে ভাঙিম!

নবাব : যিকোনো প্ৰকাৰে। চল-চক্ৰান্ত, বুজনি, গালি-গালাজ, মাৰপিট যি প্ৰয়োজন তাকেই কৰিবা।

বুঢ়া : কিন্তু নবাব চাহাব— —

নবাব : নাই, নাই মই কোনো কথাই শুনিব নোৱাৰোঁ। (সুৰ সলায়) নোৱাৰিলে কি শাস্তি হ'ব তাক চাগৈ তোমাৰ মনত আছে?

বুঢ়া : আছে।

নবাব : (ব্যঙ্গ সুৰত) হো!—বৰ চমজ্‌দাৰ হা?

বুঢ়া : বহুত মিচিল। কিমান ভাঙিম?

নবাবঃ কিন্তু, সিহঁতক এলাহ্কুৰ পাহাৰ কটা কাৰ্যত বাধা দিব নোৱাৰিলে কি হ'ব জানা? এলাহ্কুৰ পাহাৰৰ কাষেদি বৈ যোৱা প্ৰবলবেগী বেগৱতী নদীখন এই ফালে বৈ আহি, এই মোৰ ৰাজপ্ৰসাদ, মোৰ সাতামপুৰুষীয়া নবাবী খিতাপ-সকলো মহাতীয়াই লৈ যাব।

বুঢ়া : জানো নবাব চাহাব।

নবাব : কিন্তু, ইমান সোনকালে এৰি দিয়া বিধৰ মানুহ মই নহয়। সিহঁত ইনক্লাবী দলৰ প্ৰতিটোৰ প্ৰতিটোপা তেজ শুহিহে মই শান্ত হ'ম।

(ইনক্লাবীৰ প্ৰবেশ। এজন খণ্ডাল যুৱক। সাজ-সজ্জা সাধাৰণ, অসংযত। প্ৰগতিকামী সংগ্ৰামী ডেকা। বয়স ২৫/৩০ মান।)

ইনক্লাবী : তেজ শুহি শেষ কৰিবলৈ জানো বাকী ৰাখিছা নবাব?

নবাব : কোন? অ' ইনক্লাবী!

ইনক্লাবী : এৰা ইনক্লাবী।

নবাব : নিমখ হাৰাম, বেইমান—

(মুখৰ কথা কাঢ়ি।)

ইনক্লাবী : (খঙত) খোৱান চণ্ডালি কথা ক'বা নবাব।

নবাব : (খঙত) ইনক্লাবী।

বুঢ়া : (ভয়ত) বাপু (ইনক্লাবীক) ভই—ভই——

নবাব : ( সুৰ সলাই, ব্যঙ্গ কৰি ) হো! তেজত দেখিছোঁ গৰম আছে।

ইনক্লাবী : ( দৃঢ়ভাৱে ) গৰম তেজৰ বাম্পই তোমালোকক চানি পেলাব।

বুঢ়া : নাপায় বাপু, নাপায়। এখেত ভাঙৰ মানুহ, আমাৰ নবাব হয়।

ইনক্লাবী : ( ঠাট্টাৰ সুৰত ) ভাঙৰ মানুহ! নবাব! আজিৰ দিনত আমি এইবোৰৰ কোনো অস্তিত্ব স্বীকাৰ নকৰোঁ।

বুঢ়া : আহ! ইমান ভাঙৰ কথা নকবি, খোদায়ে গুনাহ লেখিব।

নবাব : ( বুঢ়াক ) তুমি এতিয়া যোৱা।

বুঢ়া : ভাল নবাব চাহাব।

( বুঢ়াৰ প্ৰস্থান। )

নবাব : ( গম্ভীৰ স্বৰে ) ইনক্লাবী! দিনক দিনে তোমালোকৰ কোৰ চৰি গৈছে।

ইনক্লাবী : আৰু তোমালোকৰ ?

নবাব : ( খঙত ) মই আৰু তোমালোক একে বুলি ভাবা নেকি ?

ইনক্লাবী : অলবট্ হাজাৰ বাৰ ভাবো।

নবাব : ( খঙত ) ইনক্লাবী! ( মুখৰ্খৰা খঙ আঁতৰাই ক্ৰমান্বয়ে মুখলৈ হাঁহি আনে। হাঁহে ) ইনক্লাবী, তুমি বৰ চমৎকাৰ।

ইনক্লাবী : ( দৃঢ়ভাৱে ) কোনো চালাকি নাখাতিব নবাব।

নবাব : চালাকি! ( হাঁহে ) নাই, নাই—তোমাৰ লগত আকৌ কিহৰ চালাকি ? ( বুজনি দিয়াৰ উদ্দেশ্যে ) তোমাৰ নিচিনা সাহসী, তেজী ডেকা ল্যোৰ এই অঞ্চলত খুব প্ৰয়োজন।

ইনক্লাবী : তোমাৰ অঞ্চল ? নহয়। তোমাৰ অঞ্চল নহয়। এই অঞ্চল আমাৰ। জনতাৰ।

নবাব : কিন্তু, তোমালোক জনতাৰ ময়েতো নবাব।

ইনক্লাবী : নবাবী খিতাপ আৰু নচলিব। সেই মোহ পৰিহাৰ কৰা।

নবাব : হো! তুমি কলা আৰু মই পৰিহাৰ কৰিম ? বাহ! তুমি ভাবিছা কি ? এই নবাবী খিতাপ মোৰ অকল আজিৰ নহয়। মোৰ আব্বাজান, মোৰ দাদুজান, মোৰ আবুজান—মোৰ খানদানে, খানদানে এই অঞ্চলৰ নবাব হৈ আহিছে। ই মোৰ খানদানী খিতাপ।

ইনক্লাবী : তোমাৰ এই খানদানী জেৰ শেষ হ'বলৈ বেছি সময় নাই।

নবাব : খুব সহজে শেষ হ'ব বুলি নাভাবিবা।

ইনক্লাবী : দলে দলে ইনক্লাবী আজি এলাছুৰ পাহাৰৰ কালে অগ্ৰসৰ হৈছে। পূৰ্ণ উদ্যমত, পূৰ্ণ সাহসত সিহঁতে পাহাৰ কাটিব লাগিছে, ইফালে বেগৱতী নদীয়ে পাহাৰৰ গাত প্ৰচণ্ড আঘাত হানিছে। তোমাৰ

মানুহে আমাৰ এটা মিছিল ভাঙি শেষ কৰিছে, আনফালে আমাৰ আকৌ দহটা মিছিল পুনর্জীৱিত হৈ উঠিছে ! সিহঁতে পাহাৰ কাটি প্ৰায় শেষ কৰোঁ কৰোঁ।

নবাব : কি ?

ইনক্লাবী : আৰু শুনা নবাব। যেতিয়া পাহাৰ কটা শেষ হ'ব, তেতিয়াই এলাজু পাহাৰৰ কাষেৰে বৈ যোৱা বেগৱতী নদীখন প্ৰবল বেগেৰে এইফালে বৈ আহিব।

নবাব : ( ভয়ত ) নহয় ! নহয় !

ইনক্লাবী : বেগৱতী নদীৰ এই সোঁতে তোমাৰ নবাবী খিতাপ নামানে, তোমাৰ খান্দান নামানে, তোমাৰ ৰাজ-অট্টালিকা নামানে। এই সোঁত খুব প্ৰবল, খুব বেগী, খুব নিষ্ঠুৰ, ই কোনো ছাহজাদা, বাদশাহ, নবাব, ওমৰ-আমিৰ নামানে। ই কেৱল বৈ যাব জানে আৰু কেৱল বৈ যায়।

নবাব : নাই, নাই—সেইটো হ'ব নোৱাৰে।

ইনক্লাবী : সেইটোৱে হ'ব।

নবাব : ( খঙত ) কিন্তু, কিন্তু, মই তোমালোকক—তোমালোকক বন্দী কৰি নিষ্ঠুৰভাৱে হত্যা কৰিম।

ইনক্লাবী : তোমাৰ অত্যাচাৰত সকলো জীৱিত মানুহ মৰি আছে। ইয়াত মুক্তিত থকা সকলো বন্দীতকৈ কোনো গুণে কম নহয়।

নবাব : মনে মনে থাকা। তোমাক মই এতিয়াই···

( মুখৰ কথা কাঢ়ি। )

ইনক্লাবী : বন্দী কৰিবা ?

নবাব : অকল বন্দীয়ে নহয়, তোমাক-তোমাক ( খুব লাহৈ ) অৱশ্যে তোমাক মোৰ আৱশ্যক আছে। তোমাৰ নিচিনা সাহসী, তোমাৰ নিচিনা তেজী লোকৰ মোৰ খুব আৱশ্যক। তাতে তুমিতো বৰ চমজদাৰ।

ইনক্লাবী : মোৰ এই সাহস, মোৰ এই তেজ তোমাৰ নবাবী খিতাপৰ বাবে নহয়। ই জনতাৰ বাবে।

নবাব : এবাৰ ভালদৰে ভাবি চোৱা।

ইনক্লাবী : ভাবিয়ে জনতাৰ মিছিল তৈয়াৰ কৰিছোঁ।

নবাব : ও-হো ! অলপ শান্তভাৱে। মই নবাব ! নবাবে তোমাৰ ওপৰত অনুগ্ৰহ কৰিলে তুমি মালামাল হৈ যাবা।

ইনক্লাবী : মোক লোভ নেদেখুৱাবা নবাব। তুমি লোভ দেখুৱাবা তোমাৰ গোলামবোৰক।

নবাব : ( খণ্ডত ) ইনক্লাবী ! ( খণ্ডৰ সুৰ ক্ৰমান্বয়ে সলনি কৰি কোমল-ভাৱে ) আকৌ, আকৌ এবাৰ তোমাক মৌকা দিছোঁ। ভাবি চোৱা।

ইনক্লাবী : কোনো ধৰণৰ প্ৰলোভন নচলিব।

নবাব : বাক দেখা যাব কোন কিমানৰ।

( নবাবে হাঁহে। নবাবৰ হাঁহিৰ শেষৰ ফালে প্ৰতিধ্বনি হোৱাৰ দৰে, ইতিমধ্যে নেপথ্যত এজনী বুঢ়ীৰ বিকট অথচ কৰুণ হাঁহি ক্ৰমান্বয়ে স্পষ্ট হৈ আহে। নবাবৰ হাঁহি বন্ধ হয়। নবাবৰ মুখত ভয় আৰু বিষণ্ণ ভাব ফুটে উঠে। হাঁহি হাঁহি এজনী পাগলী বুঢ়ীৰ প্ৰবেশ। বুঢ়ীৰ বয়স ৪৫-৫০ য়ান হব। সাজ-সজ্জা ফটা-চিতা মলিয়ন। চকুৰ কাষত ক'লা পৰিছে, কিন্তু চকু উজ্জ্বল আৰু তীক্ষ্ণ। গাল-মুখ সোমোৱা, চুলি পকা। )

বুঢ়ী : এলাহু—এলাহু—গোটেই দেশতে এলাহু পৰিছে। এলাহুৱে দেশ ভৰি পৰিছে। হিঃ হিঃ হিঃ ( হাঁহি )

নবাব : ( ভয়ত ) তুমি, তুমি আকৌ ইয়াত ?

বুঢ়ী : হিঃ হিঃ হিঃ ভয় খাইছ ? ভয় নকৰিবি, এলাহু দেখা নাই ? এলাহুৰ তলত লুকাই থাক, তোক কোনেও নেদেখে হিঃ হিঃ হিঃ——

নবাব : তোমাক ইয়াত কি লাগে ?

বুঢ়ী : মোক কি লাগে ? হিঃ হিঃ হিঃ ( হঠাৎ হাঁহি বন্ধ কৰি, নিজে নিজে ) হো ? মোক কি লাগে ? ( ইনক্লাবীলৈ চাই ) কি লাগে ?

ইনক্লাবী : নবাব, এওঁ তোমাৰ ওপৰত প্ৰতিশোধ লব আহিছে।

বুঢ়ী : ( গহীনভাৱে ) ওঁ। প্ৰতিশোধ ! ( আকৌ হাঁহি ) মই প্ৰতিশোধ লম—হিঃ হিঃ হিঃ——মই মোৰ স্বামীৰ প্ৰতিশোধ লম। মোৰ ভেকা ল'ৰাটোৰ প্ৰতিশোধ লম।

নবাব : ( অত্যন্ত ভয়ত ) নাই, নাই তুমি মোৰ পিছে পিছে ঘূৰি নুফুৰিবা। ( নেপথ্যলৈ চাই ) এই কোন আছ ? এওঁক, ইয়াৰ পৰা লৈ যা। এওঁ মোৰ পিছে পিছে ছাঁৰ দৰে ঘূৰি ফুৰিছে। মোৰ শৰীৰ কঁপি উঠিছে। মোৰ ভীষণ ভয় লাগিছে।

ইনক্লাবী। তোমাৰ আদেশ তামিল কৰিবলৈ ইয়াত কোনো নাই নবাব।

বুঢ়ী : ভয় লাগিছে ভয়—হিঃ হিঃ হিঃ——এলাহুৰ তলত লুকাই থাক, একো ভয় নাই। তোক কোনেও একো কৰিব নোৱাৰে। এলাহু—এলাহু—হিঃ হিঃ হিঃ —

ইনক্লাৱী : মা, এই এলান্ধু পৰা বন্ধ কৰিম। এই দেশৰপৰা এলান্ধু দূৰ নিৰ্ম্মল কৰিম। তাৰ বাবে ইনক্লাৱীবোৰে এলান্ধুৰ পাহাৰ কাটি আছে। বেগৱতী নদী এইফালে বৈ আহিব।

নবাব : নাই, নাই এলান্ধু অ'ভাবাবলৈ নিদিওঁ।

বুঢ়ী : হিঃ হিঃ হিঃ——

নবাব : ইয়াত থাকিলে এওঁ মোক পাগল কৰি পেলাব। মই শেষ হৈ যাম। এওঁলৈ মোৰ ভীষণ ভয় লাগে। ভীষণ ভয় লাগে।

(নবাবে ভয়ত পিছহোঁহকে, বুঢ়ীয়ে হাঁহি হাঁহি নবাবৰ ফালে আগবাঢ়ে। নবাবে ভয়ে ভয়ে পাছলৈ গৈ একোবাৰত সাউৎ কৰে প্ৰস্থান কৰে। বুঢ়ীয়ে হাঁহে।)

বুঢ়ী : হিঃ হিঃ হিঃ—

ইনক্লাৱী : (কৰুণ মাতেৰে) মা!

বুঢ়ী : মা! কোন? মই? মই? (কল্পনামুখৰ সুৰত) নাই, নাই মোৰ কোনো পুত্ৰ নাই।

ইনক্লাৱী : আছে মা।

বুঢ়ী : আছে?

ইনক্লাৱী : (দৃঢ়ভাবে) আছে।

বুঢ়ী : ক'ত সিহঁত?

ইনক্লাৱী : সিহঁত এলান্ধুৰ পাহাৰ কাটিবলৈ গৈছে।

বুঢ়ী : এলান্ধুৰ পাহাৰ কাটিবলৈ গৈছে?

ইনক্লাৱী : অ' মা। সিহঁতে এলান্ধুৰ পাহাৰ কাটি শেষ কৰিব। আৰু বেছি পৰ নাই। পাহাৰ কাটি শেষ কৰিলেই বেগৱতী নদীখন এই ফালে বৈ আহিব।

বুঢ়ী : আৰু নদীখন এইফালে বৈ আহিলে খু-ব মজা হ'ব, খু-উ-ব মজা হ'ব— হিঃ হিঃ হিঃ——(সুৰ সলাই, ভয়ত) কিন্তু, কিন্তু নাই—সিহঁতক পাহাৰ কাটিবলৈ যাবলৈ নিদিবি।

ইনক্লাৱী : কিয় মা?

বুঢ়ী : পাহাৰ কাটিবলৈ গ'লে, সিহঁতক চয়তান নবাবে পখৰ পগলা কুকুৰ ধৰি হত্যা কৰাৰ দৰে হত্যা কৰিব। (কান্দে) পাহাৰ কাটিবলৈ মিচিল তৈয়াৰ কৰাৰ বাবে মোৰ স্বামীক, মোৰ ডেকা পুত্ৰক মোৰ চকুৰ আগতেই নবাবে হত্যা কৰিলে। ইমান নিৰ্দ্দয়, ইমান নিষ্ঠুৰভাবে হত্যা কৰিলে।

ইনক্লাৱী : আৰু নোযাবে মা।

বুঢ়ী : পাৰিব, পাৰিব সি নোৱাৰা কাম একো নাই। তইঁত চব মৰিবি, চব মৰিব লাগিব হিঃ হিঃ হিঃ···

ইনক্লাবী : মৰিবলৈ আমি ভয় নকৰোঁ মা। আৰু নবাবে আমাৰ এটা ইনক্লাবী মৰিলে, সেই ইনক্লাবীৰ এক বিন্দু তেজৰপৰা হাজাৰটা ইনক্লাবীৰ পুনৰ জন্ম হ'ব।

বুঢ়ী : মিছা কথা, মিছা কথা—হিঃ হিঃ হিঃ···নবাবৰ ৰঙা চকু দেখিলে চব ফৰিং ছিঠিকা দিবি। হিঃ হিঃ হিঃ···

ইনক্লাবী : আমাক ইমান বুজদিল বুলি নাভাবিবা। নবাবৰ ৰঙা চকু নালাগে, চাবা দেশ আমাৰ তেজেৰে ৰঙা হ'লেও আমি ভয় নকৰোঁ।

বুঢ়ী : ( গহীনভাবে ) দিলত পাথৰ বান্ধিব লাগিব।

ইনক্লাবী : ( দৃঢ়ভাবে ) বান্ধিম।

বুঢ়ী : ও। তেতিয়াহে ইনক্লাবীয়ে কল্পনা কৰা···

( মুখৰ কথা কাঢ়ি )

ইনক্লাবী : এই দেশখন গঢ়িব পাৰিম।

বুঢ়ী : গোটেই দেশত এলাণ্ডু পৰিছে। এলাণ্ডুৱে গোটেইখন ক'লা কৰি পেলাইছে। এলাণ্ডুৰ পাহাৰ হৈ গৈছে।

ইনক্লাবী : এই এলাণ্ডুৰ পাহাৰৰ কাষেদি বৈ যোৱা বেগৱতী নদীখন প্ৰবল বেগেৰে এইফালে বৈ আহিব আৰু এই নদীৰ পানীৰে এলাণ্ডু ধুই গোটেই দেশ পৰিষ্কাৰ কৰিম।

বুঢ়ী। ক'লা পৰা দেশখন···

ইনক্লাবী : উজ্জ্বল হৈ পৰিব।

বুঢ়ী : এখন নতুন···

ইনক্লাবী : এখন আবিল···

বুঢ়ী : এখন নিৰ্মল দেশ হ'ব।

( হানিফৰ প্ৰবেশ )

হানিফ : এয়া তোমালোক, অমিনৰ মানুহে আচমানৰ শূন্যত বিচৰণ কৰা সপোন দেখিছোঁ।

বুঢ়ী : হিঃ হিঃ হিঃ···

হানিফ : এই বুঢ়ী, ইমান হাঁহি কিয় ?

বুঢ়ী : হিঃ হিঃ হিঃ···

হানিফ : ( প্ৰায় খঙত ) চাবা জিন্দেগীৰ বাবে হাঁহি বন্ধ কৰি দিম।

ইন্‌ক্লাবী ঃ (প্ৰায় খণ্ডত) তুমি মানুহ চাই কথা কবা। তাওঁক কি বুলে ব্যৱহাৰ কৰিব লাগে নাজানা?

হানিফ ঃ তুমি কোন ; মোৰ ইচ্ছা অনিচ্ছাত হাত দিয়া?

বুঢ়ী ঃ এও কোন নাজানা? হিঃ হিঃ হিঃ ··তুমি একোৱেই নাজানা। মোৰ ডেকা ল'ৰাটোক, মোৰ স্বামীক নৱাবে হত্যা কৰিলে, তুমি তাকো নাজানা? (সুৰ সলাই, করুণভাৱে) মোৰ ল'ৰাটোক (কান্দে) মোৰ-মোৰ (আকৌ ক্ৰমান্বয়ে সুৰ সলাই, হাঁহে) গোটেই দেশত এলান্ধু পৰিছে, এলান্ধুৱে দেশখন ছাটি পেলাইছে হিঃ হিঃ হিঃ—এলান্ধু, এলান্ধু—হিঃ হিঃ হিঃ···

(হাঁহি হাঁহি বুঢ়ীৰ প্ৰস্থান)

হানিফ ঃ আপদ চব ক'ৰবাৰ।

ইন্‌ক্লাবী ঃ আপদ তেওঁ নহয়, আপদ তোমালোক।

হানিফ ঃ (খণ্ডত) মুখ চম্ভালি কথা কবা। সেই পাগলবোৰৰ লগত লোক নিমিলাবা।

ইন্‌ক্লাবী ঃ তেওঁ কিয় পাগল হ'ল তাক জানো তুমি জানা?

হানিফ ঃ মোৰ জনাৰ আৱশ্যক নাই।

ইন্‌ক্লাবী ঃ (দৃঢ়তাৰে) কিন্তু মই ভাবো তুমি জনাৰ দৰকাৰ। (করুণভাবে) নৱাবে তেওঁৰ একমাত্ৰ ডেকা ল'ৰাটোক আৰু তেওঁৰ স্বামীক, তেওঁৰ চকুৰ আগতেই হত্যা কৰিলে। যাৰ বাবে তেওঁ পাগলী হ'ল।

হানিফ ঃ নৱাবে নিশ্চয় বিনা দোষত হত্যা কৰা নাই।

ইন্‌ক্লাবী (উত্তেজিত হৈ) দোষ কি? তেওঁলোকৰ দোষ এই দেশৰ পৰা এলান্ধু গুচাব বিচাৰিছিল। তেওঁলোকৰ দোষ এলান্ধুৰ পাহাৰ কাটি এই ফালেদি বেগৱতী নদীখন বোৱাই দিব বিচাৰিছিল। সেয়াই তেওঁলোকৰ অপৰাধ?

হানিফ ঃ (উত্তেজিত হৈ) অ' অ' সেয়াই তেওঁলোকৰ অমাৰ্জনীয় অপৰাধ। অপৰাধৰ উপযুক্ত শাস্তি হৈছে।

ইন্‌ক্লাবী ঃ (কাতৰভাবে) এলান্ধুৱে গোটেই দেশ ছাটি পেলাইছে দেখা নাই।

হানিফ ঃ (উত্তেজনাত) দেখিছোঁ।

ইন্‌ক্লাবী ঃ এলান্ধুৱে পাহাৰ হৈ গৈছে নাজানা?

হানিফ ঃ জানোঁ।

ইন্‌ক্লাবী ঃ এলান্ধুৰ পাহাৰে বেগৱতী নদীৰ এইফালে বব ধৰা সুঁতিটো বন্ধ কৰিছে দেখা নাই?

হানিফ ঃ খুব ভাল হৈছে। ন'হলে, এই কালেদিয়ে সুতিটো বৈ আহিব।

ইনক্লাবী ঃ আৰু বৈ অইাটোৱেই আমি বিচাৰোঁ।

হানিফ ঃ নাই, সেয়া হ'ব নোৱাৰে।

ইনক্লাবী ঃ কিন্তু সেয়াই হ'ব লাগিব।

হানিফ ঃ সুঁতিটো এইফালে আহিলে নবাবৰ ৰাজপ্ৰসাদ ভাঙি যাব। আৰু সেইটো হ'বলে দিব নোৱাৰি। মই, মই বাধা দিম, মই প্ৰচণ্ড বাধা দিম।

ইনক্লাবী ঃ লাভ নহয়। বেগৱতী নদী প্ৰবল বেগী, ই কাৰো বাধা নামানে। তাতে আমি ইনক্লাবীবোৰ তাৰ সহায়।

হানিফ ঃ এই ভেগাৰৰ (ভেগাৰ দেখুৱাই) ধাৰ থকা মানে, কোনো ইনক্লাবীৰ বাধাকে হানিফ ওস্তাদে পৰোৱাই নকৰে।

ইনক্লাবী ঃ ইমান মদগৰ্বী নহ'বা। তোমাৰ হাতৰ ভেগাৰ কিমান দিন থাকিব ?

হানিফ : যিমান দিন মোৰ ইচ্ছা, সিমান দিন মই মোৰ হাতত ভেগাৰ ৰাখিম।

ইনক্লাবী : তোমাৰ ইচ্ছাৰ ওপৰত নহয়, নবাবৰ ইচ্ছাৰ ওপৰত।

হানিফ ঃ হ'লেও নবাব মোৰ সহায়।

ইনক্লাবী ঃ মিছা কথা।

হানিফ : মানে ?

ইনক্লাবী ঃ তোমাৰ সহায় নবাব নহয়, তুমিহে নবাবৰ সহায়।

হানিফ : তাৰ মানে তুমি কি ক'ব বিচাৰিছা ?

ইনক্লাবী ঃ মানে তুমি মাত্ৰ নবাবৰ এটা গোলাম।

হানিফ : (খঙত) ইনক্লাবী! এই হানিফ ওস্তাদক চিনি পোৱা নাই? আৰু বেছি কথা ক'লে মই বৰদাস্ত কৰিব নোৱাৰি জিভা কাটি দিম।

ইনক্লাবী ঃ সচা কথা কোনেও বৰদাস্ত কৰিব নোৱাৰে। কিন্তু সচা সদায়ে সচা। জিভা কাটিলেও সেই সচাক মিছা কৰিব নোৱাৰি।

হানিফ ঃ এই, এই ভেগাৰত ভীষণ ধাৰ আছে।

ইনক্লাবী ঃ সেই ধাৰো এদিন নাইকিয়া হ'ব।

হানিফ : যদি তোমাৰ কথা সচা হয়, যদি মোৰ ভেগাৰত ধাৰ নাইকিয়া হয়, তেতিয়া মই আহি তোমাৰ ভৰিৰ তলত ভেগাৰ পেলাই দিম আৰু তাৰ পাছত মোৰ ভেগাৰত আকৌ এটা নতুন ধাৰ দি তোমাৰ পথ অবলম্বন কৰিম।

ইন্‌ক্লাবী : ( আশাৰে ) সেই দিনলৈ আমি বাট চাই আছোঁ !
( ইতিমধ্যে নেপথ্যৰপৰা বুঢ়াই 'নবাব,' 'নবাব' বুলি চিঞৰি চিঞৰি প্ৰবেশ কৰে। )

বুঢ়া : ( উধাতু খাই ) নবাব, নবাব···

হানিফ : কি হ'ল, ইমান উধাতু খাই কিয় আহিছা ?

বুঢ়া : সৰ্বনাশ হৈছে !

ইন্‌ক্লাবী, হানিফ : ( একেলগে আচৰিত হৈ ) কি হৈছে !

বুঢ়া : হানিফ, সকলো সৰ্বনাশ হ'ল। ইন্‌ক্লাবী দলে এলাহ্মুৰ পাহাৰ কাটি প্ৰায় শেষ কৰিলে।

হানিফ : ( ভয় আৰু আচৰিত হৈ ) কি ?

ইন্‌ক্লাবী : ( প্ৰফুল্লভাবে ) বৰ ভাল কথা।

হানিফ : সিহঁতক বাধা নিদিলা কিয় ?

বুঢ়া : সিহঁতক বাধা দিব নোৱাৰি, সিহঁত জুই হৈ জ্বলি উঠিছে।

ইন্‌ক্লাবী : ( আনন্দ আৰু আশাৰে ) তেতিয়াহ'লে সেই জুইকুৰাক মই বতাহ হৈ আৰু উজ্জলাই তোলোগৈ। বিয়পাই দিওঁগৈ।
( ইন্‌ক্লাবীৰ প্ৰস্থান। )

হানিফ : আহঃ এতিয়া কি হ'ব ?

বুঢ়া : কোনো উপায় দেখা নাই।

হানিফ : কিন্তু উপায় নহ'লে কেনেকৈ হ'ব ? ( ভয়ত ) নবাবে যে এতিয়া আমাক ভীষণ শাস্তি দিব !

বুঢ়া : ( ভয়ত ) জানো।

হানিফ : নবাবৰ অনুগ্ৰহ আমি হেৰুৱাব লাগিব।

বুঢ়া : জানো।

হানিফ : কি কৰা যায় ?

বুঢ়া : ( অত্যন্ত ভয়ত ) নবাব চাহাবে আমাৰ খোৱা বন্ধ কৰি দিব — —

হানিফ : আমি ভোকত থাকিব লাগিব।

বুঢ়া : আমাক থাকিবলৈ ঘৰ নিদিব······

হানিফ : আমি ঘৰবাৰী হেৰুৱাই অঘৰীৰ দৰে থাকিব লাগিব।

বুঢ়া : নবাব চাহাবৰ সেই প্ৰকাণ্ড কুকুৰটো···

হানিফ : কুকুৰটোলৈ মোৰ ভীষণ ভয় লাগে।

বুঢ়া : নবাব চাহাবৰ ঘৰত থকা, পুৰুষানুক্ৰমে ব্যৱহাৰ কৰি অহা সেই চাবুকডাল···

হানিফ ঃ সেইভাল চাবুকৰ প্ৰতিটো কোবৰ সোঁ-সোঁৱনি মুহূৰ্তে মুহূৰ্তে কাণত বাজি থাকে···

বুঢ়া
হানিফ } ঃ ( একে লগে ) উহ ঃ !

হানিফ ঃ নবাব চাহাবৰ প্ৰকাণ্ড খাজৰ ভৰাল আছে।

বুঢ়া ঃ প্ৰচুৰ ধন-সোণৰ ভাণ্ডাৰ আছে।

হানিফ ঃ দিনক ৰাতি কৰাৰ তাকত আছে।

বুঢ়া
হানিফ } ঃ ( একেলগে ) তেন্তে উপায় ?

হানিফ ঃ ( নিজকে সংযত কৰি ) নাই, নাই এই তেগাৰ থকা মানে, মই কাকো পৰোৱাই নকৰোঁ। সকলোকে খতম্ কৰি দিম। ( উত্তেজনাত ) চাৰা জহিন খুনেৰে লা-লা-লাল কৰি দিম। ( খতত ) চালা ইনক্লাবী ! সিইতে হানিফ ওস্তাদক চিনি পোৱা নাই।

( ৰাকবালীৰ প্ৰৱেশ। হাতত ৰাক। বয়স ১৯।২০ মান। ছোৱালীজনী চঞ্চল ধৰণৰ। পিন্ধনত বাগবাজাতীয় পোছাক। ৰঙীন। গাত উৰনা। )

ৰাকবালী ঃ যা, যা ওস্তাদ, ইমান অহঙ্কাৰ নকৰিবি।

হানিফ ঃ কোন তই মোৰ ওপৰত কথা কোৱা ?

ৰাকবালী ঃ যা, যা অহঙ্কাৰ যেতিয়া শেষ হৈ যাব, তেতিয়া মোৰ লগত চিনাকি হবি।

হানিফ ঃ এই ছোৱালী, মুখত লেকাম লগাই কথা কবি। নহ'লে এই ( তেগাৰ দেখুৱাই ) জিভাত চলি যাব।

ৰাকবালী ঃ আৰে বহুত দেখিছো ওস্তাদি।

বুঢ়া ঃ ৰাকবালী, তুমি সৰু ছোৱালী, যা-তা কথা ক'ব নাপায়।

ৰাকবালী ঃ বাবা, সছা কথা কোৱাত কি সৰু ডাঙৰ আছে ?

হানিফ ঃ এই, তই এজনী সামান্য ৰাকবালী ; মনত ৰাখিবি।

ৰাকবালী ঃ প্ৰতি মুহূৰ্তত মনত আছে। আৰে ওস্তাদ, মইতো তোমাৰ নিচিনা নহয়। মই ৰাকবালী, ৰাক মাৰি মাৰি এই দেশৰ এলাহু চাফা কৰোঁ।

বুঢ়া ঃ এলাহু চাফা কৰাৰ পৰিণাম কিন্তু বৰ ভয়ঙ্কৰ আই, বৰ ভয়ঙ্কৰ।

ৰাকবালী ঃ বাবা, আপুনি বুঢ়া মানুহ, পৰিণামলৈ আপুনি ভয় কৰে। আমি নকৰোঁ।

হানিফ ঃ ভয় নকৰ ? যেতিয়া ( ভেগাৰ দেখুৱাই ) এইখন চলি যাব ?

ঝাৰুৱালী ঃ যা, যা শেষ নিঃশ্বাস পৰ্য্যন্ত একো ভয় নকৰোঁ। মনত ৰাখিবি মই ঝাৰুৱালী, এলান্থু চাফা কৰোঁ।

বুঢ়া
হানিফ } ঃ ( একেলগে ) মানে ?

ঝাৰুৱালী ঃ ( দৃঢ়তাৰে ) অ' মই ইনক্লাবী দলৰ। যাওঁ এলান্থু চাফা কৰোঁগৈ।

( ঝাৰুৱালী যাবলৈ ধৰোঁ। হানিফে সাউৎ কৰে গৈ ঝাৰুৱালীক ভেগাৰ দেখুৱাই আগভেটা দিয়ে। )

হানিফ ঃ এই ছোৱালী, ইনক্লাবী হৈ হানিফ ওস্তাদৰ হাতৰপৰা সাৰি যাব নোৱাৰ।

ঝাৰুৱালী ঃ ( হানিফৰ ভেগাৰ থকা হাতখন আঁতৰাই দি ব্যঙ্গ কৰি ) যা, যা এজনী ছোৱালীৰ ওপৰত মৰদৰ বাতচ্ দেখুৱাবি। অ'বাবোৰৰ আগত একেবাৰে বুদ্ধু বনি যাব।

হানিফ : ( প্ৰায় খণ্ডত ) এই ছোৱালী !

ঝাৰুৱালী ঃ ( থং আৰু অবজ্ঞাৰ সুৰত ) যা, যা কি ছোৱালী, এই ছোৱালী লগাইছ ? মই এজনী ছোৱালীহে, ভেগাৰ চালু কৰি দে মোৰ ওপৰত।

হানিফ ঃ ( ঝাৰুৱালীৰ সন্মুখৰপৰা আঁতৰি ) যা, তোক মই এইবাৰলৈ ৰেহাই দিছোঁ।

ঝাৰুৱালী ঃ আৰে যা, যা—

( হাঁহি হাঁহি ঝাৰুৱালীৰ প্ৰস্থান। )

বুঢ়া ঃ ছোৱালীজনীৰ বৰ আচৰিত ধৰণৰ।

হানিফ : এইবাৰ দেখিছোঁ ছোৱালীও ইনক্লাবত যোগ দিছে।

বুঢ়া : কোনো বাদ পৰা নাই, সকলো ইনক্লাবত যোগ দি ইনক্লাবী হৈছে।

হানিফ : সাধাৰণ ঝাৰুৱালী এজনীও ইনক্লাবী হ'ল।

বুঢ়া : সাধাৰণ হ'লেও, তাই অসাধাৰণ।

হানিফ : এৰা, ইইত মহাপাজি। আঃ! এইক এৰি দি মই বৰ ভুল কৰিলোঁ।

( নবাবৰ প্ৰবেশ। )

নবাব ঃ তোমালোক ! তোমালোকে ইয়াত কি কৰিছা ?

হানিফ }
বুঢ়া } : ( একেলগে ) নবাব চাহাব, শুভাখী মাক !

নবাব : সেই বুঢ়ীজনী গ'লনে ?

হানিফ }
বুঢ়া } : ( একেলগে ) কোন বুঢ়ী ?

নবাব : সেই পাগলী বুঢ়ীজনী ! ছাঁব দৰে তাই মোৰ পাছে পাছে ঘুৰি ফুৰিছে। তাই মোক পাগল কৰি দিব। তাইৰ গিৰীয়েক আৰু এটা ডেকা পুত্ৰ ইনক্লাবী আছিল বাবে মই নিজ হাতে হত্যা কৰি-ছিলোঁ। তেতিয়াৰ পৰাই তাই পাগলী হ'ল। মই আজিলৈকে কালৈকো ভয় কৰা নাই, কিন্তু পাগলীজনীক কিয় জানো ক'ব নোৱাৰো, মোৰ খুব ভয় লাগে।

হানিফ : ( দৃঢ়তাৰে ) নবাব চাহাব, ভয়ৰ কাৰণ নাই।

নবাব : ( হঠাৎ সুৰ সলাই ) কিন্তু তোমালোকে ইয়াত কথা পাতি কি কৰিছা ?

বুঢ়া : ( ভয় আৰু উত্তেজনাত ) নবাব চাহাব, সাংঘাটিক কথা।

নবাব : কি ?

বুঢ়া : এলান্ধুৰ পাহাৰ কাটি প্ৰায় শেষ হওঁ-হওঁ—

নবাব : ( আচৰিত হৈ ) কি !

হানিফ : মইও আচৰিত হৈছোঁ।

বুঢ়া : কিন্তু সত্য।

হানিফ : ( প্ৰায় ভয়ত ) যদি সত্য হয়, তেতিয়াহ'লে সাংঘাটিক কথা।

নবাব : ( প্ৰায় ভয়ত ) নাই, নাই সেইটো হ'ব নোৱাৰে। ( বুঢ়াৰ ওচৰলৈ গৈ সুৰ সলাই ) এলান্ধুৰ পাহাৰ কটা শেষ হ'ল ?

বুঢ়া : ( ভয়ত ) হয়, নবাব চাহব ; প্ৰায় শেষ।

নবাব : ( অট্টহাঁহি মাৰে। হানিফৰ ওচৰলৈ যায়। ) এলান্ধুৰ পাহাৰ কাটি শেষ কৰিলে ?

হানিফ : ( ভয়ত ) মইও শুনিছোঁ।

নবাব : এলান্ধুৰ পাহাৰ কটা শেষ কৰিলে। ( অট্টহাঁহি মাৰে। ) আৰু-আৰু তোমালোকে ইয়াত আচমানলৈ চাই তৰা গণি কৰি আছা ! ( হঠাৎ সুৰ সলাই, খঙত ) কি চাই আছা ? যোৱা। হানিফ—

হানিফ : ( প্ৰায় উধাতু খাই ) বান্দাই হুকুম তামিল কৰিম।

( হানিফৰ প্ৰস্থান )

নবাব : এই বুঢ়া, তুমি-তুমি কি চাই আছা ?

বুঢ়া : ( ভয়ত ) নবাব চাহাব, মই নিৰুপায় ।

নবাব : নিৰুপায় । ( কঠোৰভাবে ) তুমি নিমখ হাৰামী কৰিছা ।

বুঢ়া : নাই, নাই মই নিমখ হাৰামী কৰা নাই ।

নবাব : তোমাৰ চাজা হ'ব ।

বুঢ়া : মোৰ গাত কোনো দোষ নাই, মই বেকছুৰ ।

নবাব : বেকছুৰ । ( হাঁহে ) বৰ চমজদাৰ হা ? তুমি বেকছুৰ বুলি জানি গ'লা ?

বুঢ়া : মই যিমান পাৰিছোঁ, সিমান কৰিছোঁ ।

নবাব : আৰু কৰিব নোৱাৰিবাও ।

বুঢ়া : নবাব চাহাব !

নবাব : তুমি বুঢ়া হৈ গৈছা, নোৱাৰিবা । তুমি আৰু নোৱাৰিবা । তোমাক মোৰ প্ৰয়োজন নোহোৱা হৈ গৈছে ।

বুঢ়া : ( কন্দনামুৱা হৈ ) তেনেকৈ নক'ব নবাব চাহাব, তেনেকৈ নক'ব । গৰীব মানুহ ।

নবাব : ( ব্যঙ্গ সুৰত ) গৰীব হা ? ( হাঁহে )

বুঢ়া : দয়া কৰক । খোদাৰে চাই দয়া কৰক ।

নবাব : দয়া হোঁ ! দয়া কৰিব লাগে ? দয়া ! দয়া কৰিম । ( বুঢ়াৰ ওচৰলৈ গৈ থাকে ) তোমাক দয়া নকৰি, কাক কৰিম ? ( নবাব আগবাঢ়ে, বুঢ়া ভয়ত পাছলৈ যায় । এবাৰত নবাবে বুঢ়াক ধৰি, খণ্ডত মাৰে । ) দয়া ! দয়া ! দয়া !

( এনেতে ইনক্লাবীৰ প্ৰবেশ )

ইনক্লাবী : ( খণ্ডত চিঞৰি ) নবাব !

নবাব : কোন ? অ' !

ইনক্লাবী : এজন দুৰ্বলীক মাৰিলে কি হ'ব ?

নবাব : ( খণ্ডত ) কি ?

ইনক্লাবী : তোমাৰ তাকত আছে যদি, ইনক্লাবী দলক শেষ কৰা ।

নবাব : তাকত ! মোৰ তাকত ?

ইনক্লাবী : তোমাৰ সকলো তাকত শেষ হৈ গৈছে ।

নবাব : ইনক্লাবী !

ইনক্লাবী : চিৎকাৰ নকৰিবা নবাব । এলান্ধু পাহাৰ কাটি এতিয়া শেষ হ'ব ।

নবাব : ( উত্তেজিত হৈ ) মিছা কথা ।

ইনক্লাবী : অলপ পাছতে বেগৱতী নদীৰ পানীয়ে তোমাৰ ৰাজঅট্টালিকা,

তোমাৰ খানদানী নবাবী, তোমাৰ অহংকাৰ, তোমাৰ গৌৰৱৰ চূড়া যেতিয়া খহাই লৈ যাব, তেতিয়া বুজিবা কি সঁচা, কি মিছা।

নবাব : মই তোমাৰ কোনো কথাই শুনিব নিবিচাৰোঁ।

ইনক্লাবী : নুশুনিলেও মই তোমাক শুনামেই। তুমি শুনিব লাগিব।

নবাব : ( নেপথ্যলৈ চাই ) এই কোন আছ ?

ইনক্লাবী : কোনো নাই নবাব। সকলোৱে তোমাক বুজি পালে। এতিয়া সকলো আমাৰ।

নবাব : ( ভয়ত ) কি ? নহয় নহয়, হ'ব নোৱাৰে। এই কোন আছ ? কোন আছ ?

( নবাবৰ প্ৰস্থান )

ইনক্লাবী : ( করুণভাবে ) বাবা, আৰু কিমান দিন এইদৰে অত্যাচাৰ সহ্য কৰিবা ?

বুঢ়া : যিমান দিনলৈকে জীয়াই থাকো।

ইনক্লাবী : কিন্তু কিয় ?

বুঢ়া : নবাবৰ দ্বাৰা আমি পালিত।

ইনক্লাবী : ভুল কৰিছা বাবা, আমাৰ দ্বাৰাহে নবাব পালিত।

বুঢ়া : তথাপিতো আমাৰ কোনো উপায় নাই। আমি মৰি মৰিয়েই জীয়াই থাকিব লাগিব।

ইনক্লাবী : বাবা, তোমালোক ; তোমালোকৰ যুগটো ইতিহাসৰ আটাইতকৈ ঘৃণনীয় যুগ।

বুঢ়া : হয়তো ঘৃণনীয়।

ইনক্লাবী : তোমালোকেই মানুহৰ আটাইতকৈ ডাঙৰ কলঙ্ক।

বুঢ়া : তাৰ বাবে আমি তোমালোকৰ আগত লজ্জিত।

ইনক্লাবী : তোমালোক মহৎ জয়ৰ মাজত বৃহৎ পৰাজয়।

বুঢ়া : তাৰ বাবে নতজানু হৈ ক্ষমা বিচাৰিছোঁ।

ইনক্লাবী : আমাৰ আজিৰ যুগে তোমালোকক ক্ষমা কৰিবলৈ নাবাজ। তোমালোক পাপী।

বুঢ়া : আমাৰ পাপ, তোমালোকে মাৰ্জনা কৰা।

ইনক্লাবী : সত্যতাত পাপৰ মাৰ্জনা নাই। তোমালোক অপৰাধী।

বুঢ়া : আমাৰ অপৰাধ এবাৰৰ বাবে পাহৰি যোৱা।

ইনক্লাবী : অতীতৰ অপৰাধ বৰ্তমানে কেতিয়াও নাপাহৰে।

বুঢ়া : তেতিয়াহ'লে আমি কি কৰিব পাৰোঁ ?

( ইতিমধ্যে ঝাকৰালীৰ প্ৰৱেশ। )

ঝাকৰালী : তোমালোকে আমাৰ লগ লৱ পাৰা।

বুঢ়া ঃ তোমালোকৰ লগ ?

ইন্‌ক্লাবী ঃ অ' তোমালোক আমাৰ সহায় হোৱা।

বুঢ়া ঃ সহায়! কিন্তু নবাবে!

ঝাকৱালী ঃ আৰে বাবা, মন সবল কৰা; সত্যৰ বাবে আগুৱাই যোৱা, চাবা নবাবে তোমালোকক একো কৰিব নোৱাৰে।

ইন্‌ক্লাবী ঃ আমি তোমালোকৰ সহায়। নবাবে তোমালোকৰ বিন্দুবিসৰ্গও অনিষ্ট কৰিব নোৱাৰে!

ঝাকৱালী ঃ মাত্ৰ লাগে আমাৰ একতা। আৰে নবাব কোন কুট্টা।

ইন্‌ক্লাবী ঃ এবাৰ মাত্ৰ তোমালোক জাগি উঠা।

ঝাকৱালী ঃ এবাৰ মাত্ৰ তোমালোক জাগি উঠা।

ইন্‌ক্লাবী ঃ সিংহৰ দৰে গৰজি উঠা।

ঝাকৱালী ঃ নবাবৰ অস্তিত্ব শেষ হৈ যাব।

ইন্‌ক্লাবী ঃ মাত্ৰ সিংহৰ দৰে গৰজি উঠা।

ঝাকৱালী }
ইন্‌ক্লাবী } ঃ (একে লগে) সিংহৰ দৰে গৰজি উঠা! সিংহৰ দৰে গৰজি উঠা! সিংহৰ দৰে গৰজি উঠা! গৰজি উঠা! গৰজি উঠা! গৰজি উঠা!

(ঝাকৱালী আৰু ইন্‌ক্লাবীয়ে এই দৰে কৈ কৈ বুঢ়াক উত্তেজিত কৰি তোলে।)

বুঢ়া ঃ (বিশ্বাসৰ উত্তেজনাত) উঠিম। গৰজি উঠিম। নাই, আৰু চাই থাকিব নোৱাৰোঁ। আৰু সহি থাকিব নোৱাৰোঁ। আমি গৰজি উঠিম। সিংহৰ দৰে গৰজি উঠিম। গৰজি উঠিম।

(কৈ কৈ বুঢ়াৰ প্ৰস্থান)

ঝাকৱালী }
ইন্‌ক্লাবী } ঃ (একেলগে। বুঢ়া যোৱাৰ পিছত হাঁহি হাঁহি) আমি জয়ী হ'ম।

ইন্‌ক্লাবী ঃ এলান্ধুৰ পাহাৰ কটা শেষ হ'ব।

ঝাকৱালী ঃ বেগৱতী নদী বৈ আহিব—

ইন্‌ক্লাবী ঃ সেই নদীৰ পানীৰে এই দেশৰ এলান্ধু ধুই নিকা কৰিম।

ঝাকৱালী ঃ তাৰ পাছত—

ইন্‌ক্লাবী ঃ এখন নতুন দেশ গঢ়িম।

ঝাকৱালী ঃ এখন সুন্দৰ দেশ।

ইন্‌ক্লাবী ঃ য'ত শোষণ নাথাকিব—

ঝাকৱালী ঃ য'ত ধৰ্ম, জাতি, বৰ্ণ ভেদ নাথাকিব—

ইনক্লাবী ঃ ম'ৰ আকাশ হ'ব মুকলি—
ৰাকৰালী ঃ বতাহ হ'ব নিৰ্মল—
ইনক্লাবী ঃ বায়ু হ'ব বিশুদ্ধ—
ৰাকৰালী ঃ পানী হ'ব পবিত্র।
ইনক্লাবী ঃ যি কালেই হাত মেলো—
ৰাকৰালী ঃ সেই কালেই সোণৰ চেকুৰা।
ইনক্লাবী ঃ যি ফালেই চকু দিওঁ—
ৰাবৰালী ঃ সেই ফালেই দিবাজ্বোল···

( দূৰৰপৰা হানিফে 'ইনক্লাবী' 'ইনক্লাবী' বুলি চিঞৰি চিঞৰি উধাতু খাই প্ৰবেশ কৰে। )

হানিফ ঃ (ক্লান্তভাবে) ইনক্লাবী, ইনক্লাবী হাৰি গলোঁ। মই হাৰি গলোঁ।

ইনক্লাবী ঃ (আচৰিতভাবে) কি হ'ল।

হানিফ ঃ নাই, মোৰ ভেগাৰত চোক নাইকিয়া হ'ল। মই আৰু এই ভেগাৰেৰে মানুহ মাৰিব নোৱাৰোঁ।

ৰাবৰালী ঃ আৰে যা যা, ভেগাৰৰ চোক নাইকিয়া হ'ল যেতিয়া অস্ত্ৰ অস্ত্ৰ ব্যৱহাৰ কৰ।

হানিফ ঃ নাই, চাৰিওফালে তেজ, কেৱল তেজ, তেজৰ চেকুৰাবোৰ মই আৰু চাব নোৱাৰোঁ।

ইনক্লাবী ঃ তেতিয়হ'লে ?

হানিফ ঃ মই ঘুৰি আহিছোঁ। মোৰ ভেগাৰত এটা নতুন ধাৰৰ প্ৰয়োজন হৈছে।

ইনক্লাবী ঃ (বিশ্বাস আৰু দৃঢ়ভাবে) হ'ব। তোমাৰ ভেগাৰত নতুন ধাৰ হ'ব।

ৰাবৰালী ঃ বেগৱতী নদীক বাধা দি মূৰ থিয় কৰি থকা ক'লা এলান্ধুৰ পাহাৰ ভাঙি চুৰমাৰ কৰি দিয়া।

ইনক্লাবী ঃ তুমি দেশৰ এলান্ধু চাফা কৰা।

ৰাবৰালী ঃ সেই এলান্ধু ক'লা পাহাৰটো ভাঙি আনি আমাৰ গৰীৱ মানুহৰ ভৰিৰ তলত পেলাই দিয়া।

হানিফ ঃ হ'ব, হ'ব মই তাকে কৰিম, ইমান গুনাহ খোদায়ে আৰু সহ্য নকৰে। (হাতৰ ভেগাৰ ইনক্লাবীৰ ভৰিৰ তলত পেলাই দিয়ে) এয়া মোৰ ভেগাৰ তোমাৰ ভৰিৰ তলত পেলাই দিছোঁ। এইখনত এটা নতুন ধাৰ দিয়া। এটা নতুন ধাৰ। আৰু এই নতুন ধাৰেৰে

মোৰ ভেগাৰ আজিৰ পৰা আমাৰ দৰে শোষিত জনতাৰ ভালৰ হকে ব্যৱহাৰ হ'ব। ই শোষণক প্ৰবল বাধা দিব।

(ইন্‌ক্লাবীয়ে মাটিৰপৰা ভেগাৰ তুলি হাঁহি হাঁহি আকৌ হানিফৰ হাতত দি দিয়ে। ইন্‌ক্লাবী আৰু ঝাৰুৱালীৰ মুখত আত্মবিশ্বাস আৰু জয়ৰ হাঁহি।)

ঝাৰুৱালী }
ইন্‌ক্লাবী } : (একে লগে) হানিফ! নতুন ইন্‌ক্লাবী, তোমাক স্বাগতম্। তোমালৈ আমাৰ অনেক চালাম।

(এনেতে ভয় আৰু উত্তেজনাৰে নৱাবে প্ৰবেশ কৰে।)

নৱাব : সিহঁতে মোক পাগল কৰি দিব। (হানিফক দেখি) তুমি ইয়াত? কি ছাই আছা? সিহঁতক তোমাৰ ভেগাৰেৰে মাৰি খতম্ কৰি দিয়া।

হানিফ : মই আজি ক্লান্ত।

নৱাব : ক্লান্ত! (চিন্তা কৰি) অ' বুজিছোঁ! (সুৰ সলায়) তোমাক কিবা লাগে? কোৱা তোমাৰ কিহৰ প্ৰয়োজন? কোৱা হানিফ ওস্তাদ, কোৱা। টকা-পইচা, ধন-দৌলত, মান-মৰ্যাদা, সুখ-স্বাচ্ছন্দ্য কি লাগে কোৱা? মই সকলো পুৰণ কৰিম।

হানিফ : মোক একো নালাগে।

নৱাব : (আচৰিত হৈ) হানিফ ওস্তাদ!

ইন্‌ক্লাবী : হানিফ আৰু তোমাৰ হানিফ ওস্তাদ নহয়। হানিফ, ইন্‌ক্লাবী হানিফ।

নৱাব : কি? তেতিয়াহ'লে!

হানিফ : অ' ঠিকেই।

নৱাব : (খঙত) বেইমান, বেহায়া, নিমখ হাৰাম—

হানিফ : (খঙত চিঞৰি) নৱাব! মুখ চম্ভালি কথা ক'ব। এই ভেগাৰত (হাতৰ ভেগাৰ দেখুৱাই) আজি এটা নতুন ধাৰ উঠিছে। এই ধাৰ বেগৱতী নদীৰ দৰে ধাৰাল। ইন্‌ক্লাবীৰ দৰে প্ৰচণ্ড।

নৱাব : (উত্তেজনাত) তোমালোকক মই শেষ কৰি দিম।

ঝাৰুৱালী : আৰে যা যা, এলাঙ্কু সৰা ঝাৰুৰে তোমাকো সাৰি লৈ যাম।

নৱাব : কি? ইমান সাহস!

(নৱাবে ঝাৰুৱালীৰ ওচৰলৈ চোচা মাৰি যায়, হানিফে নৱাবক আগভেটা দি ধৰে।)

হানিফ : হা-নৱাব! এলাঙ্কুৰ লগতে আপোনাকো শেষ কৰিব লাগিব।

নৱাব : ( উত্তেজনাত ) কিন্তু, মই ইমান সোনকালে হাৰ নামানো। ( খণ্ডত ) মই তইঁতক-তইঁতক ( অট্ট হাঁহি মাৰে )

ঝাকৱালী : হিঃ হিঃ হিঃ বাহ ! এতিয়াও দেখিছোঁ অহংকাৰ কমাই নাই হিঃ হিঃ হিঃ···

নৱাব : ( ভয়ত ) কোন ? কোন তুমি ?

হানিফ : এজনী ঝাকৱালী

ইনক্লাবী : এও ইনক্লাবী।

নৱাব : নহয়, নহয়, এওঁক ক'ৰবাত মই দেখিছোঁ ! এই হাঁহিটো, এই মাতটো—ক'ৰবাত শুনিছোঁ ! মই, মই এওঁক ক'ৰবাত-ক'ৰবাত ( মনত পেলাবলৈ চেষ্টা কৰে। )

ঝাকৱালী : ঠিকেই,ময়েই সেই বুঢ়াজনী।

সকলোয়ে : ( আচৰিত ) কি ?

ঝাকৱালী : হিঃ হিঃ হিঃ নৱাব, তুমি মোৰ বাবা, মোৰ ককাইটিক নিজ হাতে হত্যা কৰিলা। তাৰ বেজাৰত মোৰ আম্মাজানে পাগলী হৈ আত্মহত্যা কৰিলে আৰু মই কৰিলোঁ প্ৰতিজ্ঞা। তোমাৰ ওপৰত প্ৰতিশোধ লম। তোমাক শেষ কৰি দিম। মই মোৰ আম্মাজানৰ ভেশচন ধৰি পাগলীৰ নিচিনাকৈ ঘূৰি ফুৰিছিলোঁ, তোমাৰ পাছে পাছে ; তোমাৰ ওপৰত প্ৰতিশোধ লবলৈ। এতিয়া তোমাৰ পতন অনিবাৰ্য। মোৰ প্ৰতিজ্ঞা পুৰণ হ'ব—হিঃ হিঃ হিঃ···

নৱাব : কিন্তু কিয় ? ( কাতৰভাবে ) কিয় এলান্ধু গুচাবলগা হৈছে ? কিয় এলান্ধুৰ পাহাৰ কাটিবলগা হৈছে ?

ইনক্লাবী : যাতে এলান্ধুৰ ক'লা আঁৰত লুকাই থকা তোমাৰ কদৰ্য মুখখন জনতাৰ আগত উলিয়াই দিব পাৰোঁ।

নৱাব : হানিফ।

হানিফ : মই আৰু আপোনাৰ কোনো আদেশই পালন নকৰোঁ।

নৱাব : ওহঃ ! তোমালোকক কি লাগে ? তোমালোকক মই কি দিয়া নাই ?

হানিফ : কি দিছে ?

নৱাব : মই এটি এটি কৰি ইটাৰে এই অকলৰ সৌন্দৰ্যৰ বাবে অট্টালিকা গঢ়ি তুলিছোঁ সেয়া তোমালোকে পাইছা।

ইনক্লাবী : এই অট্টালিকাৰ প্ৰতি চপৰা ইটাত আছে বঞ্চিত জনতাৰ দীৰ্ঘশ্বাস।

হানিফ : এইবোৰ আমি বহন কৰিবলগা হৈছে।

নবাব ঃ মই তিল তিল কৰি সভ্যতা গাঢ়িছোঁ। যাৰ উত্তৰাধিকাৰী তোমালোকেই।

ঝাৰুৱালী ঃ এই সভ্যতাত আছে অফুৰন্ত বিষ।

হানিফ ঃ যাৰ পৰিণতি ভোগ কৰিবলগা হৈছে আমি।

নবাব ঃ মই তোমালোকক জীৱনৰ সংকেত দিছোঁ, তোমালোকেইতো সেই সংকেতৰ প্ৰতিনিধি।

ইন্‌ক্লাবী ঃ অথচ, তাৰ পাছত আছে মৃত্যুৰ হাতবাউলি।

হানিফ ঃ যাৰ বাবে আমি কম বিড়ম্বিত হ'বলগা হোৱা নাই।

( ইতিমধ্যে দূৰত 'ইন্‌ক্লাবী,' ইন্‌ক্লাবী বুলি বুঢ়াই চিঞৰে। সকলোৱে আচৰিত হৈ বুঢ়াৰ অহাৰ ফালে চায়। বুঢ়াই উধাতু খাই, আনন্দ মনেৰে চিঞৰি চিঞৰি প্ৰবেশ কৰে )

বুঢ়া ঃ ইনক্লাবী, ইন্‌ক্লাবী, এলান্ধুৰ পাহাৰ কটা শেষ হ'ল।

সকলোৱে ঃ কি !

( নবাবৰ মুখত ভয় আৰু আচৰিতৰ ভাব ফুটি উঠে। বাকী আটায়েৰে মুখত আনন্দ আৰু আৰু জয়ৰ ভাব ফুটি উঠে। )

বুঢ়া ঃ ( আনন্দত ) বেগৱতী নদী প্ৰবল বেগেৰে এইফালে বৈ আহিছে।

নবাব ঃ ( ভয়ত ) নাই-নাই, সেইটো হ'ব নোৱাৰে।

বুঢ়া ঃ ( খঙত ) সেইটোৱেই হ'ব নবাব !

( ক্ৰমান্বয়ে আটাইকেইটাই নবাবক আগুৰি ধৰে। )

ঝাৰুৱালী ( খঙত ) শাস্তি লবলৈ প্ৰস্তুত হোৱা নবাব।

ইন্‌ক্লাবী ঃ অনাগত শতাব্দীয়ে, তোমালোকৰ বিংশ শতাব্দীক চৰম শাস্তি দিবলৈ প্ৰস্তুত।

হানিফ ঃ কাৰণ তোমালোকৰ বাবেই আমাৰ শতাব্দী কুশায়াছন্ন।

বুঢ়া ঃ ৰাতিৰ আকাশ মলিন।

( ক্ৰমান্বয়ে আটায়ে নবাবৰ কাষলৈ চাপি যায়। )

ঝাৰুৱালী ঃ দিনৰ পোহৰ ম্লান।

ইন্‌ক্লাবী ঃ তোমালোকৰ পাপে।

হানিফ ঃ তোমালোকৰ নিষ্ঠুৰতাই।

বুঢ়া ঃ তোমালোকৰ স্বেচ্ছাচাৰিতাই।

ঝাৰুৱালী ঃ যাতে আমাৰ শতাব্দীক কলুষিত কৰিব নোৱাৰে।

ইন্‌ক্লাবী ঃ ( নেপথ্যলৈ চাই ) তাৰ বাবে সোঁৱা বেগৱতী নদীখন এই-ফালে বৈ আহিছে।

নবাব ঃ ( নেপথ্যলৈ চাই, ভয়ত ) নাই ! নাই !

ইনস্নাবী : বলা, আমি নদীৰ গতিক আদৰোগৈ।

(আটায়ে হঁাহি হঁাহি নদীৰ গতিক আদৰি আনিবলৈ প্ৰস্থান কৰে।)

নৱাব : (নদীখন অহাৰ ফালে লক্ষ্য কৰি অত্যন্ত ভয়ত) নাই-নাই-সছাকৈ, সছাকৈ খ্-উ-ব প্ৰবল বেগেৰে বেগৱতী নদী এইফালে বৈ আহিছে! মোক উটুৱাই লৈ যাব!

(ক্ৰমান্বয়ে নৱাবে বেছিকৈ ভয় খাই।)

আহিল-আহিল! মোৰ ৰাজপ্ৰাসাদ! মোৰ খানদানী নৱাবী খিতাপ! এই সকলো-সকলো শেষ হৈ যাব! নাই-নাই, কোনে? কোনে বাধা দিব?

(ইনস্নাবী, হানিফ, ৰাকবালী আৰু বুঢ়াৰ উগ্ৰমূৰ্তি ধৰি ক্ৰমান্বয়ে প্ৰবেশ কৰে। সিহঁত যেন নদীৰ প্ৰবল গতি, সিহঁত যেন নদীৰ প্ৰচণ্ড ঢৌ। সিহঁতৰ প্ৰবল গতিত, প্ৰচণ্ড ঢৌত নৱাব থিৰেৰে থাকিব নোৱাৰো হৈ মাটিত পৰি যায়। আপ্ৰাণ চেষ্টা কৰিও নৱাবে নিজক ঠিক কৰি ৰাখিব পৰা নাই। যেন নদীৰ গতিত উঠি যাব ধৰিছে। লগে লগে যেন নৱাবৰ বংশ অভিজাত্যৰ ভেম, ৰাজপ্ৰাসাদ, নৱাবী খিতাপ সকলো উঠি যাব ধৰিছে।

নৱাব : আহঃ। নিলে-মোক নদীৰ সোঁতে উটুৱাই নিলে! নিলে!—নিলে। আ-হঃ?

(নৱাবে ভয় আৰু পৰাজয়ৰ বিকট চিঞৰ এটা মাৰি, অত্যন্ত ক্লান্তভাবে শিলৰ মূৰ্তিৰ দৰে মঞ্চৰ পশ্চাদপটত বৈ যায়। নৱাবৰ হাত দুখন ভয়াতুৰ মানুহৰ দৰে ওপৰলৈ উঠোৱা থাকিব। গ্লানিত মূৰ তললৈ কৰিব। ইনস্নাবী, হানিফ, ৰাকবালী আৰু বুঢ়াই উগ্ৰমূৰ্তি ধৰি মঞ্চৰ সন্মুখৰপৰা নৱাবক আগুৰি ধৰি, ক্ৰমন্বয়ে আগুৱাই যাব। দৰ্শকে সিহঁতৰ মুখ নেদেখে, কেৱল পিঠিৰ ফালটোহে দেখিব। সিহঁতৰ আঁৰত নৱাব লুকাই যাব। দৰ্শকে নৱাবৰ কেৱল হাত দুখনহে দেখিব। সিহঁত যেতিয়া নৱাবৰ ওচৰ পাবগৈ, তেতিয়া নৱাবৰ ওপৰলৈ থকা হাত দুখনো ক্ৰমান্বয়ে তললৈ নামি যাব। একোবাৰত নৱাব সম্পূৰ্ণ সিহঁতৰ আঁৰত লুকাই পৰিব। যেন নৱাব, নৱাবৰ বংশ, আভিজাত্যৰ ভেম, ৰাজপ্ৰাসাদ, খানদানী খিতাপ, এই সকলো সময়ৰ নদীৰ বুকুত ডুব গ'ল।)

———

## ॥ চৰিত্ৰলিপি ॥

১। ইঞ্জিনীয়াৰ।

২। মহৰী।

৩। নাৰৰীয়া।

৪। মন্ত্ৰী।

আৰু

৫। নাটকৰ পৰিচালক।

## ॥ আঁৰ কাপোৰৰ আঁৰৰ কথা ॥

দৃশ্য সজ্জাত জটিলতাৰ প্ৰয়োজন নাই। মাত্ৰ এখন ক'লা ক্ৰীণত নাটক অভিনয় কৰিলেই হ'ব। নাটকৰ লাগতীয়াল সামগ্ৰী সমূহ ব্যৱহাৰ কৰিব নালাগে। দৰ্শকে বুজাকৈ অঙ্গী-ভঙ্গীৰে ইঙ্গিত ধৰ্মী হ'ব লাগে। সম্পূৰ্ণ নাটকখন Maim-ত কৰিলে ভাল হয়।

অভিনেতাসকলেও বিশেষ ধৰণৰ সাজ-সজ্জা ব্যৱহাৰ কৰিব নালাগে। সচৰাচৰ পিন্ধি থকা পোছাকেৰে অভিনয় কৰিলেই হ'ব। নাম মাত্ৰ ইফাল-সিফাল কৰিলে ভাল হ'ব।

প্ৰকৃতপক্ষত পৰিচালক নিজস্ব সৃজনীশীল দৃষ্টিভঙ্গীৰ ওপৰতে নাটক মঞ্চস্থৰ সকলো দিশ নিৰ্ভৰ কৰিব। পৰিচালকে প্ৰতিটো দিশত সূক্ষ্ম দৃষ্টি দিব লাগে।

নাটকখনত প্ৰতীকৰ সহায় ললে বেছি ভাল হয়।

## ॥ মঞ্চৰ ৰেখা অঙ্কন ॥

মঞ্চৰ সাধাৰণ ৯টা ভাগক ইয়াতো ব্যৱহাৰ কৰিলেই হ'ব। সুবিধাৰ কাৰণে এই নাটকত ভাগসমূহ সাংকেতিক অৰ্থত ব্যৱহাৰ কৰা হৈছে।

যেনে :—UR='ক', MR='ঘ', DR='ছ',
UM='খ', C ='ঙ', DM='জ', আৰু
UL ='গ', ML='চ', DL ='ঝ',

বুলি ধৰা হৈছে।

দৰ্শকলৈ মুখ কৰি মঞ্চৰ সোঁ-বাওঁ নিৰ্ণয় কৰা হৈছে। ঠিক এইদৰে মঞ্চ-ৰেখা অঙ্কন কৰি ললে ভাল হ'ব। অৱশ্যে পৰিচালকে নিজেও মঞ্চ পৰিকল্পনা কৰি লব পাৰে।

## ॥ আঁৰ কাপোৰ উঠাৰ পাছত ॥

মঞ্চত আটাইকেইজন অভিনেতা শাৰী পাতি বৈ থাকিব। পৰিচালক বা অভিনেতা (যদি পৰিচালক অভিনেতাৰ ভিতৰত হয়।) এজনে দৰ্শকক উদ্দেশ্য কৰি মঞ্চৰ সন্মুখ ভাগলৈ আগবাঢ়ি আহি দৰ্শকলৈ চাই হাঁহি হাঁহি সংলাপ আৰম্ভ কৰিব।)

পৰিচালক ঃ নমস্কাৰ। আমি আজি যিখন নাটক মঞ্চস্থ কৰিম, সেইখনৰ নাম 'অহৈতুকী স্বদেশ প্ৰীতি'। নাট্যকাৰ অ্যালি হাইদৰ। নাটকৰ পৰিচালক মই শ্ৰী— ।

(নিজৰ নাম কব। যদি অভিনেতাই নিজে কয়, তেন্তে পৰিচালকৰ প্ৰকৃত নাম কব।)

আমি এইখন নাটকত কোনো দৃশ্য সজ্জা বা সাজ-সজ্জাৰ ব্যৱহাৰ নকৰোঁ। নাটকখনৰ পৰিবেশটো আপোনালোকক কৈ দিলে বেছি

ভাল হ'ব। ধৰক, প্ৰেক্ষাগৃহৰ মাজেদি এখন নদী বৈ আছিছে।

( প্ৰেক্ষাগৃহত থকা দৰ্শকৰ মাজেদি নদী অহা বাট এটা হাতেৰে দেখুৱাই দিব। )

নদীখন ধৰক, ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰ বৈ আহি ঠিক এইখিনিতে—

( মঞ্চৰ প্লেট ফৰ্মৰ সন্মুখভোখৰ দেখুৱাব। )

দুভাগ হৈ এই দুই ফালে গৈ—

( মঞ্চৰ 'ক', 'ঘ', 'ছ', অংশ আৰু 'গ', 'চ', 'ঝ' অংশয়েদি নদী যোৱা দেখুৱাব। )

মঞ্চৰ পশ্চাদপটৰ কোনোবা এঠাই লগ হৈছে। এতিয়া আমি থকা ঠাই টুকুৰা হ'ল মাজুলী। এই মাজুলীতে আমাৰ নাটকৰ কথা-বস্তু আৰম্ভ হ'ব। এয়া আমাৰ নাটকৰ ভাৱৰীয়াসকল।

( পাছত শাৰী পাতি বৈ থকা অভিনেতাসকলক নিজ নিজ নামেৰে চিনাকি কৰি দিব। )

এয়া শ্ৰী—। এওঁ নাটকত আজি মন্ত্ৰীৰ চৰিত্ৰ অভিনয় কৰিব।
এয়া শ্ৰী—। এওঁ অভিনয় কৰিব নাটকৰ ইঞ্জিনীয়াৰৰ চৰিত্ৰত।
এওঁ শ্ৰী—। এওঁ অভিনয় কৰা চৰিত্ৰটো হ'ল মহৰী। আৰু নাৱৰীয়াৰ চৰিত্ৰত অভিনয় কৰিব এওঁ শ্ৰী—য়ে।

( যদি অভিনেতাই নিজে এই সংলাপ কয়, তেন্তে নিজে কৰা চৰিত্ৰটোৰ নাম দৰ্শকক কব আৰু পিছৰ উৰ্দ্ধকমাৰ মাজত থকা সংলাপখিনি কব নালাগে। )

'আৰু মই এইখন নাটকৰ পৰিচালক যদিও আপোনালোকে মোকো নাটকৰ এটা চৰিত্ৰ হিচাপে ধৰি লব পাৰে।'

আমি অভিনয় কৰা চৰিত্ৰবিলাকৰ পৰিচয়ৰ বাবে প্ৰতীক হিচাপে নাম মাত্ৰ সাজ-সজ্জা একোটাৰ প্ৰয়োজন অনুভৱ কৰিছোঁ। ধৰক, মন্ত্ৰীৰ চৰিত্ৰটো বুজাবৰ বাবে এটা পাঞ্জাবী বা এটা যিকোনো ধৰণৰ টুপী পিন্ধিব। ঠিক সেইদৰে ইঞ্জিনীয়াৰৰ এটা ভাল কোট বা এডাল নেকটাই, মহৰী এটা হাফপেণ্ট, বা এটা জলহু চোলা ; নাৱৰীয়াৰ কঁকালত আৰু মূৰত গামোচা ব্যবহাৰ কৰিব। যোৱা, তোমালোকে নিজৰ নিজৰ পোচাক পিন্ধাগৈ।

( অভিনেতাসকলক কব। দৰ্শকে দেখাকৈ অভিনেতাসকলে সাজ-পোচাক নাম মাত্ৰ সাল-সলনি কৰি পিন্ধিব। পাৰিলে উইংৰ দাঁতিত থকা মানুহৰ বা প্ৰেক্ষাগৃহৰ দৰ্শকৰ পৰা দুই-এপদ বস্তু খুজি লৈ পিন্ধিলে ভাল হয়। )

নাটকৰ শেষত এবাৰ মাত্ৰ আপোনালোকে ভাবিব আমি কিয়

এনেকৈ নাটক মঞ্চস্থ কৰিবলগা হ'ল! নাটকৰ কাহিনী বস্তুত মন্ত্ৰীজনে কিয় আত্মহত্যা কৰিবলগা হ'ল! মন্ত্ৰীজনৰ আত্মহত্যা কৰাই হ'লনে নাই! ইত্যাদি প্ৰশ্নবোৰ এবাৰ আপোনালোকক ভাবি চাবলৈ বিনম্ৰ অনুৰোধ জনালোঁ। এতিয়া আমাৰ নাটকৰ অভিনয় চাওক—

(পৰিচালক ভিতৰলৈ সোমাই যায়। অভিনেতাসকল ক, খ, গ, অংশত অভিনয়ৰ বাবে সাজু হ'ব। পৰিচালক ভিতৰলৈ যোৱাৰ পাছতেই ইঞ্জিনীয়াৰ আৰু মহৰী চ, জ, ঝ অংশলৈ আওবাই আহি সংলাপ আৰম্ভ কৰিব।)

ইঞ্জিনীয়াৰ: হেৰি নহয় ইয়ে মহৰী।

মহৰী: কওক, ইঞ্জিনীয়াৰ চাহাব।

ইঞ্জিনীয়াৰ: হেৰি নহয় ইয়ে—চাৰিওফালে পানী।

মহৰী: হয় চ্যাৰ, চাৰিওফালে পানী।

ইঞ্জিনীয়াৰ: হেৰি নহয় ইয়ে—ইমানবোৰ মানুহ ইয়াত বিদায় সভাৰ কাৰণে গোট খাইনেকি?

মহৰী: হয় চ্যাৰ।

ইঞ্জিনীয়াৰ: মন্ত্ৰী চাহাবক কেনেকৈ অনা হ'ব?

মহৰী: নাৱেৰে অনা হ'ব।

ইঞ্জিনীয়াৰ: অ' হয়তো নাৱেৰে আহিব। নাৱতো যেগাৰ আছেই।

মহৰী: হয় চ্যাৰ।

ইঞ্জিনীয়াৰ: বাৰু মহৰী, হেৰি নহয় ইয়ে—।

মহৰী: কওক চ্যাৰ।

ইঞ্জিনীয়াৰ: মন্ত্ৰী চাহাব কোন ফালেদি আহিব?

মহৰী: চ্যাৰ, সৌ পানীৰ সিপাৰে থকা ওখ ৰাস্তাটোৰে গাড়ীৰে আহি মন্ত্ৰী চাহাব নামিব আৰু তাৰপৰা নাৱেৰে পানীয়ে পানীয়ে এই ওখ-ঠাই টুকুৰালৈ লৈ আনিম।

ইঞ্জিনীয়াৰ: আইডীয়া, আইডীয়া খুব ভাল আইডীয়া।

মহৰী: চ্যাৰ, এটা কথা সোধোঁ।

ইঞ্জিনীয়াৰ: সোধক।

মহৰী: মন্ত্ৰী চাহাবে সচাকৈ আত্মহত্যা কৰিবনেকি?

ইঞ্জিনীয়াৰ: অঁতো, আত্মহত্যা কৰিবৰ বাবেইতো ইমানবোৰ আয়োজন।

মহৰী: হে, কথাটো কিবা কিবা যেন লাগিছে। মানে মিছা, মিছা।

ইঞ্জিনীয়াৰ: হেৰি নহয় ইয়ে মহৰী, মন্ত্ৰীসকলে মিছা কথা কয়

মহৰী ঃ এ-চ্যাৰ, কৰ লাগিছেনে, সেইটো আপোনাৰ মোৰ নিচিনা ইঞ্জিনীয়াৰ, মহৰীয়ে ভালদৰে জানে।

ইঞ্জিনীয়াৰ ঃ হেৰি নহয় ইয়ে মহৰী, আপুনি বহুত কথা জানেছে।

মহৰী ঃ হেঃ হেঃ হেঃ ঃ ( কৃত্রিম হাঁহি ) বাৰু চ্যাৰ, মন্ত্রী চাহাবৰ আত্মহত্যা কৰিবলৈ মানে মৰিবলৈ কিয় মন গ'ল ?

ইঞ্জিনীয়াৰ ঃ সেইবোৰ বহুত কথা। আমি সেইবোৰৰ আও-ভাওয়েই নাপাওঁ। মূঠতে ধৰি লওক মৰিবলৈ মন গ'ল।

মহৰী ঃ ধৰি ললোঁ। চ্যাৰ—( দৰ্শকৰ ফালে উদ্দেশ্য কৰি )
এই, এই কি লাগে ? ইয়াত কিবা এগাল খাবলৈ পাম বুলি ভাবিছনেকি ? হেঁ ? হেঁ ? কি হ'ল ? দিম বাপেকে। এজন মানুহ মৰিবলৈ ওলাইছে অলপ শান্তিৰে মৰিবলৈ দে।

ইঞ্জিনীয়াৰ ঃ কি হ'ল মহৰী ? ইমান চিঞৰিছে কিয় ?

মহৰী ঃ ইয়াত চ্যাৰ, মানুহৰ কেল্‌কেলনিত থাকিব নোৱাৰি। ইমান হাল্লা-চাওক, চাওক চ্যাৰ, সেয়া চাওক, কেনেকৈ ইমান ঠেলা-ঠেলিখন কৰিছে। এই--সেইটোক—থালে, ঐ ঠেলিছ কিয় ? হেঁ ? এই—এই, মাৰিবি মাৰিবিনেকি ? আও, এপাত কাণতলীয়া সোধাম সৰিয়হৰ ফুল দেখি যাবি বাপেকে।

ইঞ্জিনীয়াৰ ঃ বাইজ ! অলপ শান্ত হওক। হেৰি নহয় ইয়ে—ঠেলাঠেলিখন নকৰিব। অলপ শান্ত হওক। হেৰি নহয় ইয়ে—অলপ পিছতে আমাৰ কাম আৰম্ভ কৰিম।

মহৰী ঃ আমাৰ ইঞ্জিনীয়াৰ চ্যাৰে কৈছে।

ইঞ্জিনীয়াৰ ঃ হেৰি নহয় ইয়ে—চাব বাইজ, সিফালে পানী আছে।
( প্রেক্ষাগৃহৰ দৰ্শকৰ ফালে দেখুৱাই। )

মহৰী ঃ এই—এা, সেইটো—সেইটো মৰিলে—মৰিলে। এই পানী। পানী, পানী আছে।

ইঞ্জিনীয়াৰ ঃ হেই ফালে না যাব পানী নাই।

মহৰী ঃ এইমখৰ অকনো কাণ্ড-জ্ঞান নাই।

ইঞ্জিনীয়াৰ ঃ হৰি নহয় ইয়ে মহৰী, সকলো ঠিক আছে নহয় ?

মহৰী ঃ হয় চাৰ, সকলো ঠিক আছে।

ইঞ্জিনীয়াৰ ঃ তেতিয়াহ'লে মন্ত্রী ডাঙৰীয়াক লৈ অনা হওক।

মহৰী ঃ ভাল চ্যাৰ।

ইঞ্জিনীয়াৰ ঃ মহৰী, নাও ক'ত ?

মহৰী ঃ ঐ তাতে বান্ধি থোৱা আছে।
( বাঁও উইংৰ ফালে দেখুৱাই। )

ইঞ্জিনীয়াৰ নাও কোনে ?

মহৰী : নাৱৰীয়া আছে।
ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে—নাৱৰীয়া ক'ত ?
মহৰী : আছে ক'ৰবাত-ইয়াতে। ৰ'ব, মাতি দিছোঁ। (চিঞৰি) নাৱৰীয়া, ঐ নাৱৰীয়া—(পাছত বৈ থকাৰ পৰা নাৱৰীয়াই মহৰীৰ মাতৰ সঁহাৰি দিয়ে। দুয়ো যেন বহুত দূৰৰ পৰা চিঞৰিহে কথা পাতিছে, সেই দৰে বুজাব লাগিব।)
নাৱৰীয়া : (ক, খ, গ অংশৰ পৰা) দোতা—
মহৰী : (চিঞৰি) হেৰ' নাৱৰীয়া, এইফালে আহ।
নাৱৰীয়া : (ক, খ, গ অংশৰ পৰা চিঞৰি) গৈছোঁ দোতা।
(ছ, জ, ঝ অংশলৈ আহি) মহৰী দোতা, মোক মাতিছিল ?
মহৰী : হেৰ' তোক নামাতি, তোৰ ঘৈনীয়েৰক মাতিছিলোনেকি ?
নাৱৰীয়া : মহৰী দোতা, আপুনি যেনিবা মোক নামাতি ; মোৰ নহৰুৰ মাককে মাতিলে, সেই বুলিয়েই জানো নহৰুৰ মাকক পঠাই দিম ?
মহৰী : হ'ব, হ'ব। মনে মনে থাক। ইঞ্জিনীয়াৰ চ্যাৰে কিবা ক'ব।
নাৱৰীয়া : কওক, ইন্‌জিনৰ দোতা।
মহৰী : (নাৱৰীয়াৰ ওচৰলৈ আহে মনে মনে) হেৰ', ইন্‌জিনৰ নহয় ; ইঞ্জিনীয়াৰ।
নাৱৰীয় : (প্ৰায় চিঞৰি) জানো নহয়।
ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে- হ'ব, হ'ব। হেৰা নাৱৰীয়া, তোমাৰ নাও ঠিক আছেতো !
নাৱৰীয়া : আছে ইন্‌জিনৰ দোতা, ঠিক আছে। মাত্ৰ আপোনাৰ আদেশলৈ বাট চাই আছোঁ। আপুনি কওক দোতা, মোৰ নাও পানীত বুৰাই দিব লাগে ; মই পানীত বুৰাই দিম। আপুনি কওক দোতা, মোৰ নাও উলুটিয়াই চলাব লাগে ; মই উলুটিয়াই চলাম। আপুনি কওক দোতা— ।
মহৰী : হ'ব, হ'ব, হ'ব নাৱৰীয়া, আমিও নকওঁ আৰু তুমিও কৰিব নালাগে।
ইঞ্জিনীয়াৰ : বাৰু নাৱৰীয়া, হেৰি নহয় ইয়ে।
নাৱৰীয়া : মানে ইন্‌জিনৰ দোতা ?
ইঞ্জিনীয়াৰ : এই মানে হেৰি নহয় ইয়ে—
নাৱৰীয়া : কি দোতা ? কি হেৰি নহয় ইয়ে ?
মহৰী : (ফুচফুচাই) এই চুপ।
নাৱৰীয়া : ফুচফুচাই) মহৰী দোতা, হেৰি নহয় ইয়ে মানে কি ?
মহৰী : (ফুচফুচাই) মনে মনে শুনি থাক, কিবা কৰ।

(ইঞ্জিনীয়াৰে লাজ পায়।)

ইঞ্জিনীয়াৰ : নাৱৰীয়া, হেৰি—(পাহৰি শব্দকেইটা ওলাবলৈ ধৰাৰ কাৰণে জিভা উলিয়াই ) অ'-ইয়ে, তেতিয়াহ'লে নাও সাজু কৰা। মন্ত্ৰী ডাঙৰীয়াক আনিব লাগে।

নাৱৰীয়া : ভাল ইন্‌জিনৰ দোতা।

ইঞ্জিনীয়াৰ : মহৰী।

মহৰী : চ্যাৰ।

ইঞ্জিনীয়াৰ : আপুনিও এওঁৰ লগতে যাওক, অলপ সহায় কৰি দিব।

মহৰী : ভাল চ্যাৰ, ব'ল নাৱৰীয়া, তোক সহায় কৰি দিওঁগৈ।

নাৱৰীয়া : ব'লক দোতা, ব'লক।

ইঞ্জিনীয়াৰ : আৰু শুনক, হেৰি নহয় ইয়ে—বাৰু থাকক।

( নাৱৰীয়া আৰু মহৰী সোমাই যায়। পিছফালে থিয় হৈ থকা মন্ত্ৰীও ভিতৰলৈ সোমাই যায়। মঞ্চৰ 'গ' অংশৰ পৰা নাৱত তুলি অনাৰ দৰে, আগত মহৰী, পিছত নাৱৰীয়া আৰু মাজত মন্ত্ৰীৰ সৈতে নাও বাই আছে। Maim-ত নাও বাব। 'গ' অংশৰ পৰা খ, ক, ঘ অংশয়েদি নাও বাই আছি 'চ' অংশত ৰ'ব। অঙ্গী-ভঙ্গীবোৰ যাতে খুব নিখুঁট হয়, পৰিচালকে তালৈ দৃষ্টি ৰাখিব লাগে। )

ইঞ্জিনীয়াৰ : অ, অ, নাওখন ইয়াতে ৰখোৱা। মহৰী, হেৰি নহয় ইয়ে—

মহৰী : হয় চ্যাৰ, ৰখাম। নাৱৰীয়া, ৰখা।

নাৱৰীয়া : ভাল মহৰী দোতা, নাও ৰখাওঁ। মন্ত্ৰী দোতা, চাব নাওখন পাৰৰ বালিত লাগিলে জোকাৰ মাৰিব। তেতিয়া হামকুৰি খাব পাৰে।

মন্ত্ৰী : ভয় নকৰিবা, মই নপৰোঁ।

নাৱৰীয়া : ভাল দোতা, ও-চাব-এয়া দোতা—

( পাৰত নাও ৰখোৱাত জোকাৰ খোৱাৰ দৰে অঙ্গী-ভঙ্গী কৰে। )

মহৰী : এই মাৰিবিনেকি ? ইমান জোৰেৰে পাৰত নাও লগায় নেকি ?

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে—চাৰ চ্যাৰ, পৰি যাব।

মন্ত্ৰী : ভয় নাই ইঞ্জিনীয়াৰ আহমেদ, মই ঠিকেই আছোঁ।

নাৱৰীয়া : মহৰী দোতা, মই বঠাৰে নাওখন ধৰি ৰাখিছোঁ। আপুনি এই সৌ তাত থকা জৰীডাল লৈ পাৰলৈ যাওক। মই পিছতে গৈছোঁ।

মহৰী : ঠিক আছে মই নামিছোঁ, তই ভালদৰে ধৰিবি।

( মহৰীয়ে নাৱৰ পৰা জৰীডাল ধৰি নামিবলৈ ধৰে। নাওখন বেকা হয়। )

নাৱৰীয়া : চাৰ মহৰী দৌতা, নাওখন বেকা হৈ গৈছে।
ইঞ্জিনীয়াৰ : মহৰী, মই সহায় কৰিমনেকি ? মানে হেৰি নহয় ইয়ে—
মহৰী : ( নাৱৰ পৰা নামি ) নালাগে চ্যাৰ, আহিলোঁৱেই। নাৱৰীয়া, মই ধৰিছোঁ, তই নামি আহ।

( ৰছীডাল টানি নাওখন ধৰে। )

নাৱৰীয়া : ভাল দৌতা, আপুনি ভালদৰে ধৰিব।
ইঞ্জিনীয়াৰ : চ্যাৰ, নাওখন জোকাৰ খাইছে।
মন্ত্ৰী : ভয় নকৰিবা।

( নাৱৰীয়াই নামিবলৈ ধৰোতেই আকৌ নাওখন বেকা হয়। নাৱৰীয়া পৰিবলৈ ধৰে। )

ইঞ্জিনীয়াৰ : নাৱৰীয়া, হেৰি নহয় ইয়ে—
নাৱৰীয়া : হ'ব দৌতা, মোৰ বাবে চিন্তা কৰিব নালাগে। আমি সৰুৰে পৰা পানীৰ লগত খেলা কৰি ডাঙৰ হৈছোঁ।
মহৰী : ঐ নাৱৰীয়া, এই ৰচিডালুত খুটি পোঁত।
নাৱৰীয়া : আপুনি ধৰক মহৰী দৌতা, মই এই ডালেৰে কুৰিয়াম।

( মহৰীয়ে ৰচিডাল ধৰে। নাৱৰীয়াই ওচৰৰ পৰা কিবা এটা লৈ ৰচিৰ মূৰত থকা খুটিটো কোৰ মাৰি মাৰি কয়। )

মহৰী : চাবি, হাতত কোৰ নামাৰিবি।
নাৱৰীয়া : ভয় নকৰিব মহৰী দৌতা, আমাৰ কোৰ পোন আছে।

( নাৱৰীয়াই কোৰ মাৰে, মহৰীয়ে প্ৰতিটো কোৰত মূৰটো জাঁতৰাই থাকে। খুটা মজবুত হৈছেনে নাই চায়। )

মহৰী : অঁ, মজবুত হৈছে। হ'ব।
নাৱৰীয়া : ইন্‌জিনৰ দৌতা, মন্ত্ৰী দৌতাক নমাই আনিব পাৰে।
ইঞ্জিনীয়াৰ : নামক চ্যাৰ।
মন্ত্ৰী : ঠিক আছে। চাবা, অকনমান নাওখন ধৰিবা।
ইঞ্জিনীয়াৰ : মহৰী, নাওখন ধৰক।
মহৰী : নাৱৰীয়া, নাওখন ধৰ।

( নাৱৰীয়াই নাও ধৰে। )

নাৱৰীয়া : ভাল দৌতা, ধৰিছোঁ। ভয় নকৰিব।

( মন্ত্ৰী নামিবলৈ ধৰে। )

ইঞ্জিনীয়াৰ : নামক চ্যাৰ, অঁ-অঁ…( মন্ত্ৰী পৰিবলৈ ধৰে ) হেৰি নহয় ইয়ে— মহৰী, চ্যাৰক ধৰিব।
মহৰী : নাৱৰীয়া, চ্যাৰক ধৰ।
নাৱৰীয়া : মই নাওখন ধৰি আছোঁ।

মহৰী : মই পাহৰিলোৱেই। ময়ে ধৰেঁা। ( নিজৰ হাতখন আগবঢ়াই দিয়ে ) চ্যাৰ, মোৰ হাতত ধৰক। ভয় নাই চ্যাৰ, নামি দিয়ক।

( মহৰীৰ হাতত ধৰি মন্ত্ৰী নাৱৰ পৰা নামি আহে। )

ইঞ্জিনীয়াৰ : আহক, আহক চ্যাৰ। হেৰি নহয় ইয়ে—চ্যাৰ, ভালে ভালে আহিলেতো!

মন্ত্ৰী : অঁ, ভালে ভালেই আহিলেঁা।

ইঞ্জিনীয়াৰ : বাটত অসুবিধা হোৱা নাইতো!

মন্ত্ৰী : নাই, নাই একো অসুবিধা হোৱা নাই।

ইঞ্জিনীয়াৰ : চ্যাৰ হেৰি নহয় ইয়ে—আপোনাৰ ভালেই আমাৰ ভাল হেঃ হেঃ হেঃ · আপুনি কি কয় মহৰী ?

মহৰী : হয় চ্যাৰ, চ্যাৰৰ ভালেই আমাৰ ভাল হেঃ হেঃ হেঃ···হেঁ, কি কব নাৱৰীয়া ?

নাৱৰীয়া : ঠিকেই দৌতা, মন্ত্ৰী দৌতাৰ ভালেই আমাৰ ভাল হেঃ হেঃ হেঃ··· হেঁ, কি কোৱা···( ওচৰত কাকো নেদেখি, মনে মনে ) এহ্ কোনো নাই, নিজকে নিজে সোধে।

মন্ত্ৰী : ইঞ্জিনীয়াৰ আহমেদ, এইবোৰ দেখোন তোমালোকে বহুত আয়োজন কৰিছা!

ইঞ্জিনীয়াৰ : নাই চ্যাৰ, আমি একোৱেই আয়োজন কৰিব পৰা নাই আপুনি কি কয় মহৰী ? হেঃ হেঃ হেঃ···।

মহৰী : হয় চ্যাৰ, আমি একোৱেই আয়োজন কৰিব পৰা নাই। হেঁ, কি কব নাৱৰীয়া ? হেঃ হেঃ হেঃ ·।

নাৱৰীয়া : ঠিকেই দৌতা, আমি ক্ষুদ্ৰ মনিছে আপোনাৰ বাবে একোৱেই আয়োজন কৰিব পৰা নাই। হেঁ, কি···( পুনৰ ওচৰত কাকো নেদেখি, মনে মনে ) এহ্, কোনো নাই। মই বাৰে বাৰে পাহৰি যাওঁ।

মন্ত্ৰী : ইমান মানুহ কিয় ?

( দৰ্শকলৈ চাই )

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে চ্যাৰ···

মহৰী : মানে চ্যাৰ, আপোনাৰ আত্মহত্যাৰ কথা গাঁৱৰ ৰাইজে গম পালে···

নাৱৰীয়া : সেয়েহে ৰাইজ ইয়ালৈ দৌৰি আহিছে।

মহৰী : সকলো ৰাইজে আপোনাক বিদায় সম্ভাষণ জনাবলৈ আহিছে।

মন্ত্ৰী : অ' হয়নেকি ? তেন্তিয়াহ'লে মই মৰাৰ আগতে ৰাইজক ভুআষাৰ ক'ব লাগিব।

নাৰ্‌বীয়া ঃ ক'ব লাগিছেনে মন্ত্ৰী দৌতা, আপুনি মৰাৰ আগতে আপোনাৰ মুখৰ পৰা দুআষাৰ শুনিবলৈ ৰাইজ ব্যাকুল হৈ পৰিছে।

মন্ত্ৰী ঃ তেন্তে মই বক্তৃতা দিবই লাগিব।

ইঞ্জিনীয়াৰ ঃ হয় চ্যাৰ, দিয়ক।

মন্ত্ৰী ঃ ৰ'বা, লাগিব বুলিয়ে মই বক্তৃতা এটা লিখি আনিছোঁ।

মহৰী ঃ বৰ ভাল কৰিছে চ্যাৰ, আপোনাৰ দূৰদৰ্শীকতাক তাৰিফ কৰিবলগা।

মন্ত্ৰী ঃ ক'ত থলো কাগজখন

( তলৰ জেপটো খেপিয়াই। )

ইঞ্জিনীয়াৰ্ ঃ হেৰি নহয় ইয়ে—ওপৰৰ জেপত চাওক চ্যাৰ। ( মন্ত্ৰীয়ে ওপৰৰ জেপত খেপিয়াই আৰু কাগজখন পাই উলিয়াই আনে। ) সেয়া চ্যাৰ, সেইখন।

মন্ত্ৰী ঃ এৰা, ওপৰৰ জেপতে আছিল। হেৰা, কথাবোৰ বৰ পাহৰোঁ বুজিছা।

ইঞ্জিনীয়াৰ ঃ হেৰি নহয় ইয়ে—পাহৰিবই।

মন্ত্ৰী ঃ আহমেদ।

ইঞ্জিনীয়াৰ ঃ চ্যাৰ।

মন্ত্ৰী ঃ ইয়াত লাউড্ স্পীকাৰৰ ব্যৱস্থা কৰা নাইনেকি ?

ইঞ্জিনীয়াৰ ঃ কিয় নকৰিম ? ( মহৰীৰ ওচৰলৈ গৈ মনে মনে সোধে। ) মহৰী, হেৰি নহয় ইয়ে—লাউড্ স্পীকাৰৰ ব্যৱস্থা কৰা নাইনেকি ?

মহৰী ঃ কিয় নকৰিম ? ( মহৰীও নাৰ্‌বীয়াৰৰ ওচৰলৈ গৈ মনে মনে সোধে। ) এই নাৰ্‌বীয়া, লাউড্ স্পীকাৰৰ ব্যৱস্থা কৰা নাইনেকি ?

নাৰ্‌বীয়া ঃ লাউড্ স্পীকাৰ ! মানে ? ( চিঞৰি ) অ' মাইক।

মহৰী ঃ এই নিচিঞৰিবি, মনে মনে ক।

নাৰ্‌বীয়া ঃ ( মনে মনে ) মানে দৌতা, মাইক ?

মহৰী ঃ অঁ মাইক।

নাৰ্‌বীয়া ঃ আপুনি কোৱা নাই যদিও মই ঠিক কৰি থৈছোঁ। ভাবিলোঁ লাগি যাব পাৰে।

মহৰী ঃ ভাল কৰিলি।

মন্ত্ৰী ঃ ক'ত লাউড্ স্পীকাৰ ?

ইঞ্জিনীয়াৰ ঃ আছে, আছে চ্যাৰ, কিয় নাথাকিব ? মহৰী—

মহৰী ঃ আছে, আছে চ্যাৰ। নাৰ্‌বীয়া—

নাৰ্‌বীয়া ঃ মন্ত্ৰী দৌতা, আপুনি আদেশ কৰক, মই মাইক আনি হাজিৰ কৰি দিম।

( নাৰ্‌বীয়াক মন্ত্ৰীৰ লগত কথা কবলৈ সুবিধা নিদি ইঞ্জিনীয়াৰ আৰু মহৰীয়ে আগভেটি ধৰে। )

ইঞ্জিনীয়াৰ }
মহৰী } : ( একেলগে ) হয় চ্যাৰ, আমি মাইক আনি হাজিৰ কৰি দিম।

মন্ত্ৰী : তেতিয়াহ'লে আনা আহমেদ।

ইঞ্জিনীয়াৰ : মহৰী, মাইক আনক।

মহৰী : নাৱৰীয়া, মাইক আন।

নাৱৰীয়া : এই মাইক আন···( কোনো নথকা দেখি। ) অ'-মই নিজে গৈ মাইক আনিব লাগিব। যাওঁ ময়েই আনোগৈ। ( নাৱৰীয়া যায়। অল্প পিছতে লাউড্ স্পীকাৰ আনে। ) এইয়া দৌতা মাইক।

মহৰী : অ'-আন, আন ; চ্যাৰ, মাইক আহিল।

ইঞ্জিনীয়াৰ : আহিল! হেৰি নহয় ইয়ে, চ্যাৰৰ সন্মুখত দিয়ক।

মহৰী : নাৱৰীয়া, চ্যাৰৰ সন্মুখলৈ আন। ( নাৱৰীয়াই লাউড্ স্পীকাৰটো মন্ত্ৰীৰ সন্মুখত থয়। ) অঁ তাতে থ।

ইঞ্জিনীয়াৰ : ষ্টেণ্ডটো অকনমান দাঙি দিয়া।

নাৱৰীয়া : ভাল দৌতা।

( ষ্টেণ্ডটো দাঙিব নজনা দেখি, মহৰীয়ে খণ্ডত আহি ষ্টেণ্ডটো ঠিক [illegible] দিয়ে। )

মহৰী : চাওঁ শুছ, হ'বনে চ্যাৰ ?

মন্ত্ৰী : আৰু অকনমান, অঁ অঁ হ'ব। ( স্পীকাৰত মুখেৰে ফু দিয়ে। কাহি, ভিভি চাফ কৰে। ) বাইজ !···( পুনৰ ভিভি চাফ কৰে। )

ইঞ্জিনীয়াৰ : কি হ'ল চ্যাৰ ? মনে মনে আছে যে!

মন্ত্ৰী : আহমেদ, দুখত মোৰ কণ্ঠনলী শুকাই গৈছে।

ইঞ্জিনীয়াৰ : শুকাবই চ্যাৰ।

মন্ত্ৰী : অলপ পানীৰ প্ৰয়োজন অনুভৱ কৰিছোঁ।

ইঞ্জিনীয়াৰ : পানী কি চ্যাৰ, চৰবত অনাই দিওঁ।

মন্ত্ৰী : চৰবত ? হ'ব দিয়া, চৰবতকে আনা।

ইঞ্জিনীয়াৰ : ( মহৰীৰ কাষলৈ গৈ) মহৰী, হেৰি নহয় ইয়ে-চ্যাৰৰ বাবে অলপ চৰবত আনা।

মহৰী : চৰবত!

ইঞ্জিনীয়াৰ : চ্যাৰে পানী খুজিছিল। মোৰ মুখৰ পৰাহে চৰবতৰ কথা ওলাল।

মহৰী : এতিয়া ইয়াতনো ক'ত চৰবত বিচাৰি পাব ?

ইঞ্জিনীয়াৰ : উপায় নাই, আনিবই লাগিব। য'ৰ ত'ৰ পৰা হ'লেও যেনে তেনে আনক আৰু।

মহৰী : চাওঁ বাৰু। ( নাৰবীয়াৰ কাষ চাপি। ) এই নাৰবীয়া, চ্যাবক চৰবত লাগে, লৈ আন।

নাৰবীয়া : ( প্ৰায় চিঞৰি ) চৰবত!

মহৰী : ( মনে মনে ) এই লাহে লাহে ক। মন্ত্ৰী চ্যাৰে পানী বিচাৰিছিল। আমাৰ চ্যাবেহে চৰবতৰ কথা উলিয়ালে।

নাৰবীয়া : ইন্ জিনৰ দোঁতাই এটা এটা কাম কৰে আৰু।

মহৰী : যা, যা, যিকোনো উপায়েৰে আনগৈ।

নাৰবীয়া : ভাল বাৰু।

( নাৰবীয়া মঞ্চৰ 'ক' অংশৰ কালে গৈ ঘূৰি আহে আৰু 'ছ' অংশলৈ আহি পুনৰ সংলাপ কৰ। অহা-যোৱাবোৰে বহুত ব্যৱধান বুজাব লাগিব। নাৰবীয়াই সংলাপ কওঁতে যেন আনে শুনা নাই, তেনে বুজাব লাগিব। হাতত চৰবতৰ গিলাছ লোৱাৰ ভঙ্গী কৰি কথাবোৰ দৰ্শকক কব। )

আজি চৰবত আনি মন্ত্ৰী দোঁতাক খোৱাব নোৱাৰা হ'লে নাক-কান গোটেই লোপাই কটা গ'লহেঁতেন। ভাগ্য ভাল যেনিবা আনিব পাৰিলোঁ। চেনী-তেনী বা ভালদৰে দিছেনে নাই? চেহ! নাই, অলপ খাই পৰীক্ষাই কৰি চোৱা যাওক।

( চৰবত অলপ খাই, জুটি লোৱাৰ ভঙ্গী কৰে। )

ঠিক আছে, টেঙা-মিঠা চৰ্ জোখৰ হৈছে।

( মনত পৰি। )

অ' চৰবতখিনি জুঠা কৰি দিলোঁ। কলো নহয়, মোৰ নিচিনা এটা মূৰ্খ নাই। দিওঁ বাপেকে নিজৰ গালতে নিজে চৰ সোধাই।

( নিজৰ গালত চৰিয়াই। )

পালি? এতিয়া কৰোঁ কি?

( চাৰিওফালে চাই। )

নাই, কোনেও দেখা নাই। এইখিনিকে দি দিওঁ।

( মহৰীৰ ওচৰলৈ গৈ। )

মহৰী দোঁতা, এয়া চৰবত। বহুত কষ্টেৰে বনাই আনিছোঁ।

মহৰী : বৰ ভাল কৰিলি পায়—দে।

( নাৰবীয়াই চৰবতখিনি মহৰীক দিয়াৰ ভঙ্গী কৰে আৰু মহৰীয়েও লোৱাৰ ভঙ্গী কৰে। )

নাৰবীয়া : লওক।

মহৰী : হ'ব যা, তই যা।

( নাৰবীয়া আঁতৰি যায়। মহৰীয়ে নাৰবীয়াৰ দৰে 'ছ'

অংশলৈ গৈ হাতৰ চৰবতখিনি এবাৰ চাই আৰু দৰ্শকক উদ্দেশ্য কৰি সংলাপ কৰে। )

হওক তেও, চ্যাৰৰ হাতত যে চৰবতখিনি দিব পাৰিম।

( ভাবি। )

মিঠা-চিঠা বা ঠিক আছেনে নাই? 'তেইচ' কৰি চোৱা যাওক।

( চৰবত খাই জুটি লোৱাৰ ভঙ্গী কৰে। )

ওঁ, ঠিক আছে।

( মনত পৰি। )

অ' জুঠা কৰি দিলো নহয়!

( চাৰিওফালে চাই। )

এ, একো নাই। কোনোবাই দেখিলেহে কিবা হ'ব।

( ইঞ্জিনীয়াৰৰ ওচৰলৈ গৈ। )

চ্যাৰ, চৰবত আনিলোঁ।

ইঞ্জিনীয়াৰ: আনিলে! হেৰি নহয় ইয়ে—ভাল কৰিলে।

মহৰী: চ্যাৰ, মই নিজে গৈ বৰ কষ্ট কৰি চৰবত যোগাৰ কৰি আনিলোঁ।

ইঞ্জিনীয়াৰ: দিয়ক, ময়ে দি আহোঁগৈ।

( মহৰীৰ হাতৰ পৰা চৰবতখিনি লোৱাৰ ভঙ্গী কৰে। ইঞ্জিনীয়াৰেও মহৰী আৰু নাৰবীয়াৰ দৰে মঞ্চৰ 'ছ' অংশলৈ গৈ হাতৰ চৰবত গিলাছলৈ চাই আৰু দৰ্শকৰ সন্মুখত কৰে। )

চৰবত দিব নোৱাৰা হ'লে মোৰ আজি ইজ্জত গ'লহেঁতেন।

( মনত পৰি। )

অ' চেনী-তেনী বা ঠিকমতে দিছেনে নাই! এইবোৰৰ কি বিশ্বাস আছে! পিছত মোৰ বদনাম। অলপ খাই চোৱা ভাল।

( চৰবত খাই জুটি লোৱাৰ ভঙ্গী কৰে। )

ওঁ, ঠিক আছে।

( মনত পৰি। )

অ' হেৰি নহয় ইযে-জুঠা হ'ল যে। কোনোবাই দেখিলেনেকি?

( ইফালে সিফালে চাই। )

নাই। নাই দেখা। হওক তেওঁ।

( চৰবতখিনি মন্ত্ৰীক দিয়েগৈ। )

চ্যাৰৰ চৰবত।

মন্ত্ৰী: চৰবত আনিলা! ভাল কৰিলা। নহ'লে মোৰ আজি বক্তৃতাই দিব নহ'লহেঁতেন।

ইঞ্জিনীয়াৰঃ হেৰি নহয় ইয়ে-চ্যাৰ, মই নিজে আগত থাকি চৰবত বনাইছোঁ। আপুনি খাই বেয়া নাপাব।

( মন্ত্ৰীয়ে চৰবতখিনি খোৱাৰ ভঙ্গী কৰিব আৰু খোৱাৰ পিছত গিলাছটো ইঞ্জিনীয়াৰক ঘুৰাই দিয়াৰ ভঙ্গী কৰিব। )

মন্ত্ৰী : এইটো গিলাছ লোৱা। চৰবতখিনি সচাই খুব সোৱাদ হৈছে।

ইঞ্জিনীয়াৰ : হ'বই চাৰ, মইতো আগতেই কৈছোঁ চ্যাৰ।

মন্ত্ৰী ঃ আহমেদ, এই টকা বিশটা লোৱা। যি চৰবত বনাইছে তেওঁক দিবা। কবা, মন্ত্ৰী ডাঙৰীয়াই চৰবতৰ কাৰণে বকৃচিচ্ দিছে।

( জেপৰ পৰা টকা উলিয়াই দিয়াৰ ভঙ্গী কৰে। ইঞ্জিনীয়াৰেও লোৱাৰ ভঙ্গী কৰে। )

ইঞ্জিনীয়াৰ ঃ দিয়ক—মই চ্যাৰ, এতিয়াই দি পঠাম।

( আগৰ দুৰে আঁতৰলৈ গৈ। )

বাহঃ বিশ টকা! বিশ টকা বকৃচিচ্ বেছি নহ'ব জানো? ইয়াৰে দহ টকা চান কৰা যাওক।

( মন্ত্ৰীয়ে দিয়া বিশ টকা জেপত ভৰায় আৰু অন্য দহ টকা জেপৰ পৰা উলিয়াই মহৰীৰ ওচৰলৈ যায়। )

হেৰি নহয় ইয়ে-মহৰী, এই চৰবতৰ গিলাছটো লওক আৰু শুনক, এই টকা দশটা চৰবত বনোৱা মানুহজনক দিব। হেৰি নহয় ইয়ে—কব ইঞ্জিনীয়াৰ চাহাবে বকৃচিচ্ দিছে।

মহৰী ঃ এহ-চ্যাৰ, নিদিয়াহ'লেও হ'লহেঁতেন। দিছে যদি দিয়ক।

( খাপ মাৰি লোৱাৰ দৰে লৈ আৰু আগৰ দৰে আঁতৰি যায়। )

আও, একেবাৰে পোনচাতে দহ টকা বকৃচিচ্!

( টকা দশটা জেপত ভৰায় আৰু পাঁচ টকা উলিয়াই হাতত লয়। )

ইয়াৰে পাঁচ টকা-ও, পাঁচ টকা-ও।

( নাজৰীয়াৰ ওচৰলৈ গৈ গিলাছটো দিয়ে আৰু নাজৰীয়াই লয়। )

নাজৰীয়া, এয়া ল-চৰবতৰ গিলাছ। তই বৰ কষ্ট কৰি চৰবত আনিলি নহয়! হোঁ-ল, এই পাঁচ টকা মই তোক দিছোঁ। ইয়াৰে তিনি টকা তই বকৃচিচ্ হিচাপে লবি, বাকী দুটকা চৰবতৰ খৰছৰ বাবে লবি।

নাজৰীয়া ঃ দৌতা, পাঁচ টকা! ইমান টকা কেলে দিব লাগিছে? নালাগে।

মহৰী ঃ আহ, ল-মই ৰবৰত দিছোঁ।

নাৱৰীয়া : ভাল বাৰু দিয়ক ।

( মহৰীৰ পৰা নাৱৰীয়াই টকা লৈ অলপ আঁতৰি যায় । )

হওক তেও, এই পাঁচ টকাৰে দুখীয়াই ভালদৰে দুসাঁজ খাব পাৰিব ।

( নাৱৰীয়াই গিলাছটো থবলৈ যায় । মন্ত্ৰীয়ে লাউড্ স্পীকাৰৰ আগত কথা কবলৈ থিয় হয় । হাতত এখন কাগজ মেলি চাই, পঢ়ি পঢ়ি বক্তৃতা দিয়াৰ ভঙ্গী কৰিব । )

মন্ত্ৰী : শ্ৰদ্ধেয় ৰাইজসকল ! ভদ্ৰলোকসকল ! ভদ্ৰ মহিলাসকল ! আই-সকল-ভনীসকল ! কাকাইসকল-ভাইসকল ! ডেকাসকল-ডেকেৰী-সকল আৰু কণ-কণ মইনা-মইনীসকল ! জয়জয়তে আপোনালোকে মোক মৰিবৰ বাবে যি বিদায় সম্ভাষণৰ আয়োজন কৰিছে, তাৰ বাবে মই আপোনালোকক হিয়া ভৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ । মই-মই-আপোনালোকৰ আগত বক্তৃতা দিব নোৱৰা হৈছোঁ । দুখে-বেজাৰে মোৰ অন্তৰখন জৰ্জৰিত, থৰথ্ ৰিত, হৰ্ হাৰিত, কৰ্ কৰিত…

( ইঞ্জিনীয়াৰে মন্ত্ৰীৰ হাতত মেলি ধৰা কাগজখনলৈ চায় । )

ইঞ্জিনীয়াৰ : চ্যাৰ, হাৰি নহয় ইয়ে—সেইবোৰ শব্দ আপোনাৰ লিখাখনত নাই ।

মন্ত্ৰী : হেৰা আহমেদ, আবেগতে ওলাই গৈছে ।

( পুনৰ কাহিলৈ কৰ ধৰে । )

মই কি কৈছিলোঁ ?

( হাতৰ কাগজখন চায় । )

অ'—মোৰ অন্তৰখন জৰ্জৰিত কৰি তুলিছে । মই আজি কিয় মৰিবলৈ ওলাইছো-সেয়া আপোনালোকে জানে । মোৰ বিগত মন্ত্ৰী পদৰ কৰ্ম জীবনত মই দেশৰ বাবে, সমাজৰ বাবে, দেশৰ বাবে একো কৰিব নোৱৰা বাবে, অনুতপ্ত হৈ সজ্ঞানে মই আজি ব্ৰহ্মপুত্ৰ বাবাৰ বুকুত বিলীন হৈ ইহলীলা ত্যাগ কৰাৰ পৰিকল্পনা লোৱাৰ হেতু আত্মহত্যা কৰিবলৈ ওলাইছোঁ ।

(লাউড্ স্পীকাৰৰ চিঁ-চিঁধ্বনি শব্দ এটা ওলাই মন্ত্ৰীৰ মাত তল পেলাই দিয়ে । তথাপিতো মন্ত্ৰীয়ে কথা কৈয়ে থাকে । ইঞ্জিনীয়াৰ, মহৰী আৰু নাৱৰীয়াৰ কথাটো গম পাই থৰ উঠে । )

ইঞ্জিনীয়াৰ : হেৰা মহৰী, মাইকটো বেয়া হৈছে ।

মহৰী : এই নাৱৰীয়া, মাইকটো বেয়া হৈছে ।

নাৱৰীয়া : এই মাইক, মাইকটো বেয়া হৈছে ।

( তিনিও খণ্ডত বাহিৰলৈ চায় । অন্তেকৰ পাছত আকৌ মন্ত্ৰীৰ মাত শুনা যায় । )

মন্ত্ৰী: ...আৰু মই জানো, মই আত্মহত্যা কৰি আমাৰ দেশৰ ভৱিষ্যত নেতা-সকলৰ বাবে যি আদৰ্শ এৰি থৈ যাম, তাৰ বাবে মই নিবিচাৰিলেও ইতিহাসৰ পাতত ৰূপোৱালী আখৰেৰে মোৰ নাম জিলিকি থাকিব। বাইজ, আপোনালোকে দায়-দোষ নধৰিব। মই মৰাৰ আগতে কেইটামান স্বীকাৰোক্তি দি যাব বিচাৰিছোঁ। মই দেশৰ বাবে একো কৰিব নোৱাৰিলোঁ, আমাৰ দেশৰ পিছপৰা গাওঁবোৰৰ বাবে উন্নত আলি-পদূলি, বিজুলী-বাতি আদিৰ একো ব্যৱস্থা কৰিব নোৱাৰিলোঁ। আনকি গড়মূৰৰ ডাক বঙলাৰ খানাতকৈ অৰ্থাৎ খাদ্য, আহাৰ, ওঁ গড়মূৰ ডাক বঙলাৰ খানাতকৈ এই জিলাৰ চাৰকীউট হাউচৰ খানাটো ঠিক কৰিব নোৱাৰিলোঁ। খানাৰ ব্যৱধান হ'লে, খাদ্যৰ ব্যৱধান হ'লে অৰ্থাৎ খোৱাৰ ব্যৱধান হ'লে আমাৰ নিচিনা মন্ত্ৰীসকলৰ কিমান অসুবিধা হয়, সেয়া আপোনালোকে মৰ্মে, মৰ্মে উপলব্ধি কৰিব পাৰিছে। আনকি মোৰ ইমান পাৱাৰ থকা স্বত্বেও, শক্তি থকা স্বত্বেও একৃজিকিউটিভ ইঞ্জিনীয়াৰ শৰ্মা বৰুৱা ভাওৰীয়াৰ ট্ৰেন্স্‌ফাৰৰ অৰ্ডাৰটো উইড্ৰ কৰাব নোৱাৰিলোঁ। আপোনালোকে নাভাবিব, তেখেতৰ লগত মোৰ কিবা ভিতৰুৱা লেনদেন আছে বুলি। আচল কথা হ'ল—এইদৰে যদি অফিচাৰ-সকলক বদলি কৰা হয়, তেতিয়াহ'লে দেশৰ প্ৰগতিৰ কি অৱস্থা হ'ব? তাতকৈ ডাঙৰ কথা, অফিচাৰসকলৰ ল'ৰা-ছোৱালী, পৰিবাৰ আদিৰ কি অৱস্থা হ'ব?

(স্পীকাৰ বেয়া হোৱাত মন্ত্ৰীৰ মাত স্পীকাৰত catch নকৰে আৰু মন্ত্ৰীৰ মাত সৰু হৈ যায়।)

আৰু সেই বেদনাৰ মৰ্ম অনুভৱ কৰি মোৰ নিচিনা এজন ক্ষমতা-সম্পন্ন লোকে যদি একোৱেই কৰিব নোৱাৰিলোঁ, তেতিয়াহ'লে মই দেশৰ বাবে কি কৰিলোঁ? দেশৰ প্ৰগতিৰ বাবে কি কৰিলোঁ? বাইজ...

(স্পীকাৰ সম্পূৰ্ণ বেয়া হয়। মন্ত্ৰীৰ মাত একেবাৰে শুনা নহয়। ইঞ্জিনীয়াৰ, মহৰী আৰু নাৱৰীয়াৰ থৰ উঠে।)

ইঞ্জিনীয়াৰ: আকৌ মাইক বেয়া হ'ল। মহৰী, হেৰি নহয় ইয়ে—

মহৰী: নাৱৰীয়া, হেৰি নহয় ইয়ে-মাইক।

নাৱৰীয়া: এই মাইক, হেৰি নহয় ইয়ে-মাইক।

ইঞ্জিনীয়াৰ: মহৰী, খালে! মাইকে গণ্ডগোল লগাইছে।

মহৰী: নাৱৰীয়া, খালি! মাইকে গণ্ডগোল লগাইছে। বেগেতে, বেগেতে—

( স্পীকাৰ ভাল হয়। মন্ত্ৰীৰ মাত ভালদৰে শুনা যায়। )

মন্ত্ৰী : ···সমাজবাদ গঢ়িব লাগিব। আমি দৰিদ্ৰতা নিবাৰণ কৰিব লাগিব। আৰু এইবোৰৰ দ্বাৰা দেশখনক প্ৰগতিৰ পথত আগুৱাই নিব লাগিব। আৰু ইয়াৰ বাবে আমাৰ নাই কি ? মোৰ নিচিনা এজন স্বদেশপ্ৰেমী নিঃকিন মৰিলে কি হ'ব ? আমাৰ দেশত শিল্পী আছে, আমাৰ দেশত সাহিত্যিক আছে, বন্ধুৱা আছে, কাৰিকৰ-কৃষক আছে। তেন্তে আমাৰ অভাৱ কিহৰ ? অ, অভাৱ আছে। সেয়া হ'ল অৰ্থনৈতিক অভাৱ। আৰু ইয়াৰ বাবে বিপ্লৱ কৰিব লগিব। আমাক বিপ্লৱ লাগে। অৰ্থনৈতিক বিপ্লৱ। আমাক আজি লাগে···

( আকৌ স্পীকাৰ বেয়া হৈ মন্ত্ৰীৰ মাত সুশুনা হয়। )

ইঞ্জিনীয়াৰ : মহৰী, কি মাইক আনিছ ? পানীত পেলাই দিয়ক। মোৰ চাকৰি থালে !

মহৰী : নাৰবীয়া, কি মাইক আনিছ ? পানীত পেলাই দে। মোৰ চাকৰি গ'ল আৰু।

নাৰবীয়া : এই মাইক, কি মাইক আনিছ ? পানীত পেলাই দিম বাপেকে। এইবোৰ মাইকত এক পইচাও নাপাব···

( হঠাতে পুনৰ স্পীকাৰ ভাল হোৱাত মন্ত্ৰীৰ মাত শুনা যায়। )

মন্ত্ৰী : ···ৰাইজ ! মোৰ বহুত কব লগা আছিল, আৰু ক'ম বুলিয়ে বহুতো কথা লিখি আনিছিলোঁ। কিন্তু মাইকৰ অসুবিধাৰ বাবে মোৰ আৰু কোৱা নহ'ব। মৃত্যুৰ আগে আগে আপোনালোকক কৰযোৰে মিনতি কৰিছো—যাতে আপোনালোক, মোৰ আদৰ্শেৰে অনুপ্ৰাণিত হওক। জয় আমাৰ দেশ।

( স্পীকাৰটো আগৰ দৰে মহৰী আৰু নাৰবীয়াই থৈ আছে। )

নাৰবীয়া : মন্ত্ৰী দৌতা, আপোনাৰ কথা কেইষাৰ বৰ সাৰুৱা হৈছে। বৰ যুক্তিপূৰ্ণ হৈছে। বৰ মধুৰ হৈছে। বৰ ন্যায়সংগত হৈছে। বৰ···

মহৰী : হ'ব, হ'ব, হব তোমাৰো কথাকেইষাৰ বন্ধ কৰা।

নাৰবীয়া : মোৰ কথা কেইষাৰত আপোনাৰ গা বেজ্ বেজাইছেনেকি'?

মহৰী : নেবেজ্-বেজাই, নেবেজ্-বেজাই, কিন্তু তুমি বে-বেজ্-বেজোৱাৰ বিচাৰিছা।

মন্ত্ৰী : আহমেদ, সকলো সাজু আছে নহয় ?

ইঞ্জিনীয়াৰ : হয় চ্যাৰ, সকলো সাজু আছে।

মন্ত্ৰী : তেতিয়াহ'লে মই মৰিবৰ বাবে সাজু হোৱাই ভাল। ( খোকা-খোকি মাতেৰে। ) তোমালোকে মোক হাঁহি মুখে মৰিবলৈ বিদায় দিয়া।

নাৰবীয়া : দেওতা, আপোনাক মৰিবলৈ কেনেকৈ হাঁহি মুখে বিদায় দিম ? ( কান্দে। )

ইঞ্জিনীয়াৰ : চ্যাৰ, মোৰ বুকুখন শোকত খুন্দামাৰি ধৰিছে।

মন্ত্ৰী : মন ভাঠ কৰা। তোমালোক দেশৰ ভৱিষ্যত। মন নেপেলাবা। ( কান্দে। ) তোমালোকৰ কান্দোনে মোৰো চকুৰ পানী উলিয়াই আনিছে।...মোৰ অন্তৰৰ অন্তিম তলিৰ গোট মাৰি থকা বৰফবোৰ গলিবলৈ নিদিব। ( সুৰ সলাই ) আহমেদ, মোৰো দেখোন বুকুখনে বেজাৰত খুন্দামাৰি ধৰিছে। কিবা বাই-জাইখন কৰিছে দেখোন! ( নিজকে নিজে সংযত কৰি। ) নহয়, নহয় তোমালোকে মোক মৰিবলৈ হাঁহি হাঁহি বিদায় দিবই লাগিব।

নাৰবীয়া : কেনেকৈ হাঁহিম দেওতা ? আপোনালোকে, ভোটৰ সময়ত; আমাৰ গাঁৱলৈ ভোট বিচাৰি আহিবৰ সময়ত যিটো হাঁহি মাৰে, সেই হাঁহিটো মাৰিম নেকি ?

ইঞ্জিনীয়াৰ : উপায় নাই বন্ধুসকল, হেৰি নহয় ইয়ে—আমি যি কোনো উপায়েৰে চ্যাৰক মৰিবৰ বাবে উৎসাহ দিবই লাগিব।

মন্ত্ৰী : অঁ, তোমালোকে মোক মৰিবলৈ উৎসাহ দিয়া। মোক মৰিবৰ বাবে প্ৰেৰণা দিয়া, লগতে তোমালোক মোৰ সহযাত্ৰী হোৱা।

ইঞ্জিনীয়াৰ
মহৰী
নাৰবীয়া : ( একে লগে আচৰিত হৈ ) কি!

মন্ত্ৰী : মানে, মানে—

নাৰবীয়া : নাই মন্ত্ৰী দেওতা, মই আপোনাৰ সহযাত্ৰী হ'লে মোৰ নহকৰ মাকে বাঢ়নীৰে কোবাব। তাইৰ মুখখন যিহে লাওপাত-কচুপাত, মই আপোনাৰ সতে মৰাৰ পিছতো মোক শান্তিৰে থাকিবলৈ নিদিব। তাতে দেওতা, তাই অকালতে বিধবা হ'ব।

( কান্দে। )

মহৰী : নাকান্দিবা নাৰবীয়া বন্ধু, মোৰো সেই একে অৱস্থা। মোৰ বলখেলা টীমৰ এটীম ল'ৰা-ছোৱালী মাউৰা হ'ব। এই পৰিয়াল পৰিকল্পনাৰ যুগত সিহঁতক মই ক'ৰ দলনিত পোনা মেলিম ? মাকৰ কোঁচত থকা ছমহীয়া কেচুৱাটোৰ কথা বাদেই দিছোঁ, কিন্তু মাকৰ গৰ্ভত থকা মোৰ পোনাকনে যে মোক দেখিবলৈ নাপাব।

( কান্দে। )

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, আপোনাৰ মৃত্যু-সহযাত্ৰী হোৱাত মোৰো ঘোৰ আপত্তি আছে। মই যদি মৰোঁ, তেন্তে মোৰ ভাবী খুলাশালি ছোৱালীজনীক কোনে বিয়া দিব? হেৰি নহয় ইয়ে-মোৰ ঘোঁচ খোৱা হেড্ক্লাৰ্ক জেঠেৰী বৈনাইৰ চাকৰিটো কোনে ৰাখিব? তাতে চ্যাৰ, মোৰতো এতিয়াও শুভবিবাহৰ মাঙ্গলিক অনুষ্ঠানটোৰ কাম সমাপ্ত হোৱাই নাই। হেৰি নহয় ইয়ে-চ্যাৰ, মই মৰিলে মোৰ মনালিছাতো মাকৰ ঘৰতে বিধবা হ'ব।

মন্ত্ৰী : নহয়, নহয় তোমালোকে মোৰ সহযাত্ৰী হ'ব নালাগে। এই মৰণ অভিযানৰ যাত্ৰী অকল ময়ে হ'ম। মই এতিয়া এই বিশাল ব্ৰহ্মপুত্ৰ বাবাৰ বুকুত নিজে নিজে বিলীন হৈ যাম।

ইঞ্জিনীয়াৰ : চ্যাৰ, হেৰি নহয় ইয়ে—আপোনাৰ বাবে ভুৰ তৈয়াৰ কৰা আছে।

মহৰী : ভুৰৰ ওপৰত চ্যাৰ, ধুনীয়াকৈ কাৰপেট আৰু কোচন পৰা আছে।

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, এইবোৰ পি, ডব্লিউ, ডি,ৰ হতুৱাই টেণ্ডাৰ কল কৰোৱাই লেপ তোছক ইচ্পিছিয়েলিষ্টৰ হতুৱাই গাদী তৈয়াৰ কৰাইছোঁ। হেৰি নহয় ইয়ে—

মহৰী : চ্যাৰ, কাৰপেটবোৰ কাশ্মীৰৰ পৰা অনা হৈছে।

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, আপোনাৰ নিঘুৰ্নী শৰীৰত ঘুণ লাগে বুলি টৰপা-টৰপে লেপ আৰু তোছক দি ভুৰখন কোমল কৰি দিয়া হৈছে।

মন্ত্ৰী : মোৰ নিচিনা এই সামান্য নিঃকিন স্বদেশপ্ৰেমীৰ বাবে তোমালোকে মিছাই কষ্ট কৰিছা।

নাৱৰীয়া : এই অকালৰ দিনত মন্ত্ৰী দোতা, ক'তো একো পাবলৈ নাই। গাঁৱৰে নাৰায়ণ চেট্জীৰ ভৰালৰ তলিৰ পৰা কণ-জহা কেইটামান যোগাৰ কৰি আনিছোঁ। তাৰে দোতাই কষ্ট-মষ্ট কৰি ভাত এটেপামান খাব আৰু।

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, জৰ্ডা পোলাওৰো ব্যৱস্থা কৰিছোঁ। অকল মুৰ্গীৰ বাবেহে মোগলাই কাৰী লগত দিছোঁ।

মহৰী : তাৰ উপৰি চ্যাৰ, আপুনি খাছী নাখাই কাৰণে পঠাৰ মাংসৰে কোৰমা কাৰী অলপও বনাই দিছোঁ।

নাৱৰীয়া : মন্ত্ৰী দোতা, মই বৰ কষ্ট কৰি মুৰ্গী আৰু পাঠাৰ ব্যৱস্থা কৰিছোঁ নহয়। আপুনি কি কব, সকলো মানুহ বানপানীৰ অজত, আপুনি

কি কৰ—তথাপিতো সকলো মানুহে মন্ত্ৰী দৌতাৰ নাম শুনিয়েই পানীৰ তলৰ পৰাই ৰস্তবোৰ যোগান দিছে। আপুনি কি কৰ, বস্তু বেছি হোৱাৰ বাবে অলপ অলপ ইন্‌জিনৰ দৌতা আৰু মহৰী দৌতাৰ ঘৰতেই থৈ আহিলোঁ। আপুনি কি কৰ…

মহৰী : (কথা নুশুনাৰ বিচাৰে।) হ'ৰ, হ'ৰ, হ'ৰ নাৱৰীয়া, তোৰ কষ্টৰ কথা কৈ চ্যাৰৰ মনত মৰিবৰ সময়ত বেয়া নলগাবি।

মন্ত্ৰী : মই আজি মৰিবলৈ যোৱাৰ আগতে সচাকৈ সুখী হৈছোঁ—এইবাবে যে তোমালোকে মোৰ মৰাৰ যত্ন ক্ৰুটী কৰা নাই।

ইঞ্জিনীয়াৰ : খোৱা-বস্তু চ্যাৰ, আপুনি এটাও বেয়া নাপাব। সকলো বস্তু টেষ্টৰ বাবে খাই চোৱা হৈছে। বৰ ভাল হৈছে। বৰ উত্তম হৈছে।

মন্ত্ৰী : মই তেন্তে গুলালোঁ।

নাৱৰীয়া : (কান্দে।) মন্ত্ৰী দৌতা—

মন্ত্ৰী : (খোকা-খোকি মাতেৰে।) নাকান্দিবা আৰু মোক নকন্দোৱাবা।

নাৱৰীয়া : আপুনি দৌতা, আমাৰ মাজত বৰ বিখ্যাত আছিল। আমাৰ গাঁৱলীয়া ৰাইজৰ মাজত গৰখীয়া আৰু নাৱৰীয়া গীতৰ দৰে বিখ্যাত আছিল। মাইকী মানুহৰ মাজত আপুনি দৌতা, বুটি বাঢ়নীৰ দৰে বিখ্যাত আছিল। দুখীয়া মানুহৰ মাজত আপুনি দৌতা, জুই নজ্বলা চৌকাবোৰৰ দৰে বিখ্যাত আছিল।

(কান্দে)

মন্ত্ৰী : দুখ নকৰিবা আৰু মোৰ অন্তৰতো দুখ নিদিবা।

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, অফিচাৰসকলৰ মাজত আপুনি বেচ পপোলাটি অৰ্জন কৰিছিল। অফিচাৰসকলৰ ওপৰিকৰ হাতত ঠিকাদাৰ, কেৰাণী-মহৰী আদিয়ে দিয়া উপহাৰৰ টোপোলা আৰু টকাৰ দৰে আপুনি পপোলাৰ আছিল আৰু চ্যাৰ. হেৰি নহয় ইয়ে— 'আশা' হোটেলৰ চিকেন ফ্ৰাই, 'জয়া' ৰেষ্টুৰাৰ কোৰমা পোলাওৰ দৰে বিখ্যাত আছিল।

(কান্দে।)

মন্ত্ৰী : মোৰ বুকুখন বেয়াৰত খুন্দা মাৰি ধৰিছে। এইবোৰ কৈ আৰু মোৰ মনত দুখ নিদিবা।

মহৰী : চ্যাৰ, সচা কথা আমো নোকোৱাকৈ থাকিব পাৰি?

(কান্দে।)

মন্ত্ৰী : নাকান্দিবা—

(কান্দে।)

মহৰী : চ্যাৰ, আপুনি আমাৰ হাইলেভেল অফিচাৰৰ মাজত গ'ল্ড ফ্লেক, ফিল্‌টাৰ উইলচ আৰু কেপ্‌ষ্টেন চিগাৰেটৰ দৰে পপোলাৰ আছিল। আমাৰ নিচিনা মহৰী, কেৰাণীবোৰৰ মাজত আপুনি চ্যাৰ চাৰমিনাৰৰ দৰে পপোলাৰ আছিল। চেঙেলীয়া আৰু ডেকাবোৰৰ মাজত আপুনি চ্যাৰ, খৈনিৰ ধপাতৰ দৰে পপোলাৰ আছিল। ঠেলাবালা, বিক্সাবালা আদি লেবাৰ শ্ৰেণীৰ মাজত আপুনি বানৰ বয় বিড়িৰ দৰে পপোলাৰ আছিল।

( কান্দে। )

মন্ত্ৰী : এটা কথা মই ভাবি নাপাওঁ, মোক বাক মহিলা আইসকলে বেয়া পাইছিলনেকি ?

মহৰী : নাই চ্যাৰ, কিয় বেয়া পাব ? আপুনি চ্যাৰ, তেনে কথা নভাবিব। আপুনি মহিলা আইসকলৰ মাজত বেছ পপোলাৰ আছিল। বুঢ়ীসকলৰ মাজত আপুনি তামোল খুন্দা-খুন্দনাটোৰ দৰে পপোলাৰ আছিল। বোৱাৰীসকলৰ মাজত আপুনি চ্যাৰ, মূৰৰ বিটা ওকণিৰ দৰে পপোলাৰ আছিল। গাভৰুসকলৰ মাজত আপুনি চ্যাৰ, বজাৰৰ চেণ্টী পিনৰ দৰে পপোলাৰ আছিল।

মন্ত্ৰী : হ'ব আৰু, মোক এইবোৰ পপোলাবিটিৰ কথা লৈ অন্তৰত দুখ নিদিবা মই যাওঁ—

( কান্দে। )

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে-চ্যাৰ, যাবই লাগিব যেতিয়া আমিও বিদায় দিবই লাগিব। হেৰি নহয় ইয়ে—মৰীৰ।

মহৰী : চ্যাৰ।

ইঞ্জিনীয়াৰ : সকলো ঠিকেই আছেতো ?

মহৰী : আজ্ঞা চ্যাৰ, সকলো ঠিক আছে। ফুলৰ মালাবে ভুৰ ভৰাই থোৱা আছে।

নাৰ্বীয়া : মন্ত্ৰী দেওতা, ফুলবোৰ গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে আনি দিয়া।

ইঞ্জিনীয়াৰ : হেৰি নহয় ইয়ে—তেতিয়াহ'লে বাইজ, সকলোৱে চ্যাৰক মালা পিন্ধাওক।

( ইঞ্জিনীয়াৰ, মহৰী আৰু নাৰ্বীয়াই হেতা-ওপৰাকৈ মালা পিন্ধাই। প্ৰথমে নাৰ্বীয়া তাৰ পিছত মহৰী আৰু শেষত নাৰ্বীয়াই মালা পিন্ধাব। ইটো, সিটোতকৈ আগতে মালা পিন্ধোৱাৰ সুবিধাগ্ৰহণ কৰাটো দেখুৱাব লাগিব। Maim-ভে মালা পিন্ধোৱা দেখুৱাব। )

হেৰি নহয় ইয়ে—নাৱৰীয়া আৰু মহৰী, বচদ-পাতিবোৰ ভুৰত তোলা।

নাৱৰীয়া } : (একেলগে) তোলোঁ—
মহৰী

(ভুৰ থকা নিৰ্দিষ্ট ঠাইটুকুৰ বিপৰীত ফালৰ পৰা বচদ-পাতিবোৰ আনি ভুৰত তোলে। যদি 'ক' অংশত ভুৰ থাকে, তেন্তে 'ক' অংশৰ পৰা বচদ-পাতি অনাটো দেখুৱাব লাগিব। এবাৰ মহৰী আৰু নাৱৰীয়াই একেলগে ধৰা-ধৰিকৈ বস্তু ভুৰত তোলে। একোবাৰত অকলে অকলে তুলিব। এইদৰে তুবাৰমান তুলিলেই হ'ব। নাৱৰীয়াই গধুৰ বস্তুবোৰ নিয়ে, মহৰীয়ে পাতল পাতল চাই বস্তুবোৰ তোলে। বস্তু তোলা Maim-ত দেখুৱাব। বস্তু তুলি শেষ হোৱাৰ পিছত মন্ত্ৰী ভুৰত উঠে। সকলোৱে ধৰি মেলি মন্ত্ৰীক ভুৰত উঠাত সহায় কৰিব। নাৱৰীয়াই ভুৰ ধৰি থাকিব।)

ইঞ্জিনীয়াৰ : চ্যাৰ-চ্যাৰ, হেৰি নহয় ইয়ে—

মহৰী : ভুৰত চ্যাৰ, ভাল দৰে ভৰি দিব।

নাৱৰীয়া : ভয় নাই দৌতা, মই আছোঁ। মই ভুৰত ধৰিছোঁ।

মন্ত্ৰী : চাও মোক ধৰিবা, নহ'লে মই পৰি যাম।

মহৰী : দিয়ক চ্যাৰ, তাতে ভৰি দিয়ক।

ইঞ্জিনীয়াৰ : মোৰ হাতত ধৰক চ্যাৰ, মই ধৰিছোঁ চ্যাৰ।

নাৱৰীয়া : এই—এইয়া হৈ গ'ল—

(মন্ত্ৰী ভুৰত উঠে।)

মন্ত্ৰী : বিদায় জনতা! বিদায় বাইজ! বিদায়—

(ভুৰ গৈ থাকে। এইখিনিতে মন্ত্ৰী ভুৰত যোৱাৰ দৰে চলং পলং কৰি থাকিব আৰু মঞ্চৰ অলপ আগলৈ আগবাঢ়ি যাব। নাৱৰীয়া, মহৰী আৰু ইঞ্জিনীয়াৰ পিছলৈ গৈ থাকিব। তেওঁ-লোকৰ দৃষ্টি ক্ৰমে মন্ত্ৰীৰ ওপৰ পৰা আঁতৰি গৈ প্ৰেক্ষাগৃহৰ পিছফাল পাব। যেন ভুৰখন বহু দূৰলৈকে গৈ ক্ৰমান্বয়ে নেদেখা হৈ গৈছে। তিনিও পিছলৈ গৈ 'ক', 'খ' আৰু 'গ' অংশত বৈ দিব। মন্ত্ৰী গৈ ক্ৰমে 'ক' অংশত ৰব। তলৰ সংলাপ-খিনি ইবাৰ মাজতে কব।)

স্বদেশ প্ৰেমৰ বাবে মই আজি ব্ৰহ্মপুত্ৰ বাবাৰ কোবাল সোঁতত নিজেই বিলীন হৈ গৈছো আৰু মোৰ এই আদৰ্শ জৰিয়তে ইতিহাসত কণাবালী আখৰেৰে জিলিকি থাকিব।

নাৰ্বীয়া ঃ আমি সচাকৈ গৌৰব কৰিব পাৰোঁ, আমাৰ দেশত এনেহেন মন্ত্ৰী আছে ; যি দেশৰ কাৰণে নিজৰ জীৱনটো কি দৰে ত্যাগ কৰিব পাৰিছে।

( ভুবথন চলং পলং কৰি থাকিব। ইঞ্জিনীয়াৰ, নাৰ্বীয়া আৰু মহৰী 'ফ্ৰিজ' হৈ যায়। )

মন্ত্ৰী ঃ উহঃ ইমান পানী ! ইমান প্ৰবল সোঁত ! হাঃ, মোৰ দেখোন মৰিবলৈ ভয় লাগিছে ! হায়, হায় মই এতিয়া কি কৰোঁ ? মোক এতিয়া কোনে ৰক্ষা কৰিব ? এইদৰে মৰিলে মৰাৰ পিছতো ইতিহাসৰ পাতত, মোৰ নাম স্মৰণীয় হৈ থকাৰ আশাত, সেই লোভত আত্ম-হত্যা কৰিবলৈ ওলালো, এতিয়া দেখোন মৰিবলৈ ভয় লাগিছে ! মোৰ বাৰু কিহে পাইছিল এনে এটা মাৰাত্মক সিদ্ধান্ত লবলৈ ? মোক এতিয়া কোনে বচায় ? মোক ৰক্ষা কৰা। ৰক্ষা কৰা। হায় ! মোৰ মাত ইয়াৰ পৰা কোনেও নুশুনে। কোন, ক'ত আছা— মোক বচোৱা—বচোৱা। মই আত্মহত্যা নকৰোঁ। মোৰ নাম ভৱিষ্যতৰ ইতিহাসত জিলিকি থাকিব নালাগে। মোৰ জীৱনৰ প্ৰতি মায়া আছে।—মোৰ দেশৰ প্ৰতি কোনো মৰম নাই।—এই স্বদেশ প্ৰেম এটা ভুৱা মাত্ৰ।—এটা নাম অৰ্জন কৰা পন্থা মাত্ৰ। মোক ৰক্ষা কৰা—মোক ৰক্ষা কৰা—

( মন্ত্ৰী বেঁকা হৈ 'ফ্ৰিজ' হ'ব। ভুবথন যেন বেঁকা হৈ গ'ল। )

———

চরিত্র লিপি :

১। ইলোরা।

২। অজন্তা।

৩। মন্দিরা।

৪। অপ্সরা।

৫। নয়না।

৬। স্বপ্না।

( পৰিবেশ : এখন অৱশ্য। )

অজন্তাই থিয় হৈ থাকে।

ইলোৱাই মাক অজন্তাৰ গাৰ নিম্নাংশত ধৰি আঠু কাঢ়ি বহি থাকে। দুয়ো মুখা-মুখিকৈ থাকিব। ইলোৱাই অজন্তাৰ সন্মুখৰ ফালে বহি, মাকৰ পিঠিৰ ফালে ককাঁলৰ তলত ধৰে। দুয়োৰে শৰীৰ নিবিড়ভাবে স্পৰ্শ হৈ থাকে। মাকে মূৰ তললৈ কৰি জীয়েকৰ মুখলৈ চাই থাকে। জীয়েকেও ওপৰলৈ মূৰ কৰি মাকৰ মুখলৈ চাই থাকে। সিহঁতৰ করুণ আৰু কাতৰ চাৱনীয়ে যেন ভাষা কয়।

অজন্তাৰ বয়স প্ৰায় ৩০/৩৫ মান হ'ব। অভাৱ আৰু দৰিদ্ৰতাৰ বাবে অজন্তাৰ প্ৰকৃত বয়সতকৈ অনেক গুণে বেছি বয়সীয়াল যেন লগা হৈছে। প্ৰায় বুঢ়ী মানুহৰ ৰূপ লৈছে।

ইলোৱাৰ বয়স প্ৰায় ১৬।১৭ মান হ'ব। তাই ৰূপৱতী গাভৰু। অভাৱ আৰু দৰিদ্ৰতাই তাইৰ ৰূপৰ জেউতিত আঘাত কৰিব পৰা নাই।

ওচৰতে চাৰিটা মৰা শ পৰি আছে। শকেইটা সিচৰতি হৈ পৰি থাকে। প্ৰতিটো শ কাপোৰেৰে ঢকা থাকে। )

**ইলোৱা :** ( অতি কাতৰভাৱে ) মা, মোৰ বৰ ভোক লাগিছে।

( অজন্তাই ভাবত বিভোৰ হৈ থকাৰপৰা হঠাৎ ইলোৱাৰ মাত শুনাৰ দৰে। )

**অজন্তা :** হোঁ? ও! ( হুমুনিয়াহ কাঢ়ে। )

**ইলোৱা :** মা, তুমি কি চাইছা?

**অজন্তা :** হেঁ! অ'-তোক চাইছোঁ।

**ইলোৱা :** মোক? ( থিয় হৈ মাকৰ গাৰ পৰা হাত আঁতৰাই কিছু আঁতৰি যায় ) কিয় মোক ইমান চাবলগীয়া হ'ল?

**অজন্তা :** চাইছোঁ। তোক বৰ ধুনীয়া লাগিছে। খাই দিবলৈ মন গৈছে।

**ইলোৱা :** ইচ, মা, তুমি যে কি কথাবোৰ কোৱা?

**অজন্তা :** এৰা, তোক খুব ধুনীয়া দেখাইছে। চোৱাই খাব পৰাকৈ ধুনীয়া হৈছে।

**ইলোৱা :** মা, তুমি আকৌ যা-তা কথাবোৰ ক'বলৈ ধৰিছা।

**অজন্তা :** তোক দেখি, আজি মোৰ ওঠৰ বছৰৰ আগৰ কথা মনত পৰিছে। —মোৰ মনত পৰিছে, মই গাভৰু হৈ থকা সময়ৰ কথা।—তোৰ দেউতাৰে মোক কৈছিল—মই বৰ ধুনীয়া হৈছোঁ বুলি। চোৱাই

থাব পৰাকৈ ধুনীয়া হোৱা বুলি।—এজন পুৰুষে এজনী নাৰীক কৈছিল ধুনীয়া হোৱা বুলি।—তেতিয়া, মোৰ যে কিমান আনন্দ লাগিছিল। মই আনন্দত আত্মহাৰা হৈ গৈছিলোঁ।—(কথাৰ সুৰ পৰিবৰ্তন কৰি) কিন্তু, তই আজি এই ধুনীয়া হোৱা কথাষাৰ কোনো পুৰুষৰ মুখৰপৰা শুনিবলৈ নাপালি। মোৰ মুখৰপৰাহে শুনিছা মাৰৰ মুখৰপৰা। এজনী নাৰীৰ মুখৰপৰা—হেঃ হেঃ হেঃ(হাঁহে)

ইলোৱা : মা, এইবোৰ কথা বাদ দিয়া। এইবোৰ কথা পাহৰি যোৱা।

অজন্তা : পাহৰিম! পাহৰি যাম! সকলো পাহৰি যাম। তই জান, তোৰ শৈশৱৰ পাছৰেপৰা; তোৰ কিশোৰী, তোৰ যৌৱন—এই অৰণ্যৰ মাজতে পাৰ হ'ল। এই অৰণ্যৰ আন্ধাৰৰ মাজত তই গাভৰু হ'লি। আৰু গাভৰু হোৱাৰ পাছত আজি তোক মই প্ৰথম ধুনীয়া দেখিছোঁ।

ইলোৱা : এৰা, মই গাভৰু হ'লোঁ! মই ধুনীয়া হৈছোঁ নহয় মা? মই গাভৰু হোৱাৰ কথা, মই ধুনীয়া হোৱাৰ কথা মানুহৰ কোনেও গম নাপায় নহয় মা?

অজন্তা : অঁ, কোনেও নাপায়।

ইলোৱা : কিন্তু কিয় মা? কিয় গম নাপায়? কিয় আমি এই দৰে সমাজৰ পৰা, মানুহৰপৰা আঁতৰি অজ্ঞাতবাস থাকিবলগা হৈছে?

অজন্তা : (প্ৰায় খঙত) সমাজ! মানুহ! নালাগে সেইবোৰ। (কথাৰ সুৰ পৰিবৰ্তন কৰি।) এই বৃক্ষই চাওক, এই প্ৰকৃতিয়ে চাওক, এই চৰাই-চিৰিকতিয়ে চাওক, বন্য জন্তুৱে চাওক; সিহঁতে গম পাওক—তই গাভৰু হোৱাৰ কথা। তই ধুনীয়া হোৱাৰ কথা। (আকৌ কথাৰ সুৰ পৰিবৰ্তন কৰে।) কিন্তু, সমাজে নালাগে, মানুহে নালাগে।

ইলোৱা : সচা মা, যিখন সমাজৰ মানুহৰপৰা আমি পলাই ফুৰিবলগা হৈছে, সেইখন সমাজৰ মানুহে মই গাভৰু হোৱাৰ কথা, ধুনীয়া হোৱাৰ কথা গম পাব নালাগে। মোক চাব নালাগে। (কথাৰ সুৰ পৰিবৰ্তন কৰি।) চোৱা প্ৰকৃতি, চোৱা! চোৱা বৃক্ষ, চোৱা! চোৱা সেউজীয়া পাত, চোৱা বিভিন্ন ধৰণৰ ফুল! চোৱা ডালৰ চৰাই-চিৰিকতি, চোৱা বনৰ জন্তু! চোৱা! (আত্মহাৰা হৈ) মই গাভৰু হ'লোঁ। মই ধুনীয়া হলোঁ।—চোৱা চোৱা হেঁপাহ পলুৱাই চোৱা। (আকৌ কথাৰ সুৰ পৰিবৰ্তন কৰি) মই গাভৰু হোৱাৰ বাবে—হে, ধুনীয়া ধুনীয়া বিভিন্ন ৰঙৰ ফুল! —বিভিন্ন সুৰভীৰে লোৰত বিলোৱা। হে সেউজীয়া গছপাত!—

তোমালোকে হালি জালি ফুলৰ সুৰভীৰ গোন্ধ গোটেইখনতে বিয়পাই দিয়া। হে বন্য জন্তু! তোমালোক আনন্দত আত্মহাৰা হোৱা। হে চৰাই-চিৰিকতি! তোমালোকে চিঞৰি চিঞৰি গগন বিয়পা গীত গোৱা। (কথাত আনন্দ আৰু চঞ্চলতা প্ৰকাশ পায়)। উকলী দিয়া। আনন্দ কৰা।—মই গাভৰু হৈছোঁ, মই ধুনীয়া হৈছোঁ —হেঃ হেঃ হেঃ…

(হাঁহি হাঁহি ক্ৰমান্বয়ে কান্দি দিয়ে। কথাখিনি কৈ ভাগৰি পৰে। কান্দি কান্দি কয়— )

মই—মই গাভৰু হলোঁ—

অজন্তা : কান্দ, কান্দ হেপাহ পলুৱাই কান্দ।

ইলোৰা : (কান্দি) মা—মা—

অজন্তা : কি হ'ল মোৰ সোন? মোৰ বাছা!

ইলোৰা : (করুণ সুৰত) মোৰ ভোক লাগিছে মা।

অজন্তা : মোৰো ভোক লাগিছে সোনজনী।

ইলোৰা : তোমাৰো ভোক লাগিছে?

অজন্তা : অঁ'।

ইলোৰা : তোমাৰো ভোক লাগিছে, মোৰো ভোক লাগিছে—কি যে আচৰিত! হেঃ হেঃ হেঃ

অজন্তা : ভোক লাগি লাগি, এদিন ভোকতে আমি মৰি যাম। মৰি গ'লেই ভাল হ'ব। খুব ভাল হ'ব—হেঃ হেঃ হেঃ—

(দুয়ো পাগলীৰ দৰে হাঁহে।)

ইলোৰা : জানা মা, এদিন আমাৰ ঘৰৰ কাষৰ মানুহ ঘৰৰ সেই যে পেটুৱা মানুহটো—

অজন্তা : অ' সেই পেটুৱা, ডাঙৰ মোচ থকা……

ইলোৰা : অঁ-অঁ' মা সেইটো… …

ইলোৰা } অজন্তা } : (একে লগে) পেটুৱা—ডাঙৰ মোচ থকা। টুপি পিন্ধা। ধুতি-পাঞ্জাবী পিন্ধা—ধনদয়াল। ভোক নালগিলেও এগাল এগাল খায়। তাৰ খোৱা দেখিলে হাঁহি উঠি যায়—হেঃ হেঃ হেঃ

(দুয়ো একেলগে আগৰ দৰে হাঁহে। হাঁহি হাঁহি একোবাৰত কান্দি দিয়ে।)

ইলোৰা : (কান্দি, কান্দি) আমি খুজিবলৈ গ'লে, বেয়া বেয়া গালি পাৰি; খেদাই দিয়ে।

অজন্তা : ( কান্দি, কান্দি ) ভাল হৈছে ! মজা হৈছে ! লোকৰ খোৱা দেখিব নোৱাৰ। লোকৰ ভাগৰ বস্তু খুজিবলৈ যাব কিয় ?

ইলোৱা : ভোক লাগে বাবে মা।

অজন্তা : ভোক লাগে ? কিন্তু এতিয়া কি খাইছ ?

ইলোৱা : এতিয়াও ভোগ লাগিছে মা।

অজন্তা : এতিয়া যাচোন, তই ধনদয়ালক ; খাবলৈ খোজগৈ—

ইলোৱা : নাই নাযাও মই। সেইটোক দেখিবলৈ মন নাযায়। কেনেকৈ মন নাযায়। কেনেকৈ বেয়া বেয়া গালি পাবে।

অজন্তা : এতিয়া সি গালি নাপাবে। সি এতিয়া তোক যি লাগে তাকে দিব।

ইলোৱা : কিয় মা ?

অজন্তা : এতিয়া তই গাভৰু হ'লি।—তেতিয়া তই সৰু ছোৱালী আছিলি বাবে, সি তোক গালি পাৰি খেদাই দিছিল। এতিয়া ডাঙৰ হ'লি। গাভৰু হ'লি। এতিয়া গালি নাপাবে।

ইলোৱা : গাভৰু ছোৱালীক গালি নাপাবে। যি খোজো তাকে দিব মা ?

অজন্তা : অঁ' যি খোজ' তাকে দিব।

ইলোৱা : ( সৰু ছোৱালীৰ দৰে চঞ্চল হৈ ) মই গাভৰু ! মই ধনদয়ালক যি খোজোঁ তাকে দিব। মই এতিয়াই যাম। মোৰ খুব ভোক লাগিছে। মই ধনদয়ালক কিবা এটা খুজি খাম।

অজন্তা : ( প্ৰায় ভয়ত ) নাই নাই তই যাব নোৱাৰ।

ইলোৱা : ( আচৰিত হৈ ) কিয় নাযাম মা ?

অজন্তা : তোৰ চাৰিজনী বায়েৰক এই ধনদয়ালহঁতে হত্যা কৰিছে।

ইলোৱা : মা !

অজন্তা : সিহঁতৰ উৎপাতত, সিহঁতৰ অত্যাচাৰত মোৰ চাৰিজনী ছোৱালীয়ে আত্মহত্যা কৰিলে।

ইলোৱা : তুমি এইবোৰ কি কৈছা মা !

অজন্তা : সিহঁতক মই বচাব নোৱাৰিলোঁ। তোক মই আজি ইমান দিনে হাবিৰ মাজে মাজে লৈ ফুৰাইছোঁ, ধনদয়ালহঁতৰপৰা ৰক্ষা কৰিবৰ বাবে। নহ'লে সিহঁতে তোকো হত্যা কৰিব। তোকো শেষ কৰিব ?

ইলোৱা : মোৰ চাৰিজনী বাইদেউক ধনদয়ালহঁতে হত্যা কৰিলে, কিন্তু সমাজে তাৰ বিচাৰ নকৰিলে কিয় ?

অজন্তা : ধনদয়ালহঁতে ধনেৰে সমাজখনক কিনি থৈছে। সিহঁতে ধনেৰে সমাজখনক অন্ধ কৰি থৈছে। মোৰ চাৰিজনী ছোৱালী—( ৰবা শ.

কেইটাৰ, এটাৰ ওচৰলৈ যায়) এয়া মন্দিৰা। শত্ত ধনদয়ালহঁতে তাইৰ কুমাৰীত্বৰ ওপৰত অত্যাচাৰ কৰিলে। তাই উপায়ান্তৰ হৈ তিঙিত চিপজৰী ললে।

ইলোৰা : তিঙিত চিপজৰী ললে ! কিন্তু তুমি ক'ত আছিলা ?

অজন্তা : মই ? মই, হাঁহি হাঁহি চাই আছিলোঁ। মই জৰি যোগাৰ কৰি দিছিলোঁ। (আন এটা মৰা শৰ ওচৰলৈ যায়।) এইজনী অপ্সৰা। তাই সেই ৰাক্ষস পশুহঁতৰ কুদৃষ্টিত পুৰি ভস্মিভূত হৈ গ'ল। তাই সিহঁতৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি গাত তেল ঢালি, জুই লগাই আত্মহত্যা কৰিলে।

ইলোৰা : তুমি, তুমি কি কৰিছিলা মা ?

অজন্তা : মই—মই কেৰাচিন তেল যোগাৰ কৰি দিছিলোঁ।

(আন এটা মৰা শৰ কাষলৈ যায়।)

এয়া নয়না। তাই বিহ খাই আত্মহত্যা কৰিলে।

(আকৌ আনটো মৰা শৰ কাষলৈ গৈ দেখুৱায়।)

আৰু এয়া স্বপ্না, ভোগাৰেৰে নিজৰ বুকুত আঘাত কৰি আত্মহত্যা কৰিলে।

ইলোৰা : তুমি কিদৰে সিহঁতৰ এই কৰুণ মৃত্যু চাই আছিলা ?

অজন্তা : তাৰ বাহিৰেতো মোৰ উপায় নাছিল।

ইলোৰা : কিয়, মাতৃ হিচাপে সিহঁতৰ প্ৰতি জানো তোমাৰ কৰ্তব্য নাছিল ?

অজন্তা : আছিল। মোৰ কৰ্তব্য মই পালন কৰিছিলোঁ।

ইলোৰা : কেনেকৈ ?

অজন্তা : সিহঁতে আত্মহত্যা কৰিবলৈ, মই সিহঁতক জৰী যোগাৰ কৰি দিছিলোঁ। কেৰাচিন আৰু ভোগাৰ দিছিলোঁ। বিহ আনি দিছিলোঁ।

ইলোৰা : কিয়, কিয় মা ? তুমি কিয় এনে কৰিলা মা ?
কিয়—তুমি এনে কৰিলা ?

অজন্তা : মই মাতৃ হৈ সিহঁতৰ লাঞ্চিত অৱস্থা কি দৰে চাই থাকিম ! সিহঁতৰ সেই অৱস্থা অসহ্য লাগি মই সিহঁতক আত্মহত্যা কৰিবলৈ উদগনি দিছিলোঁ।

ইলোৰা : তুমি কি আচৰিত মা ! কোনমতে তুমি চাৰিজনীকৈ ছোৱালী এইদৰে তিল তিল কৈ মৰিবলৈ এৰি দিলা ? কোন সতে তুমি সেই মৃত্যুৰ বিভৎসতা চাই থাকিব পাৰিলা ?

অজন্তা : পাৰিলোঁ। পাৰিলোঁ। সিহঁতে ভাৱৰহে লজ্জা নিবাৰণৰ বাবে এছিতা কাপোৰ আৰু খাবৰ বাবে এমুঠি অন্ন বিচাৰি যেতিয়া ধনদয়ালহঁতৰ ওচৰলৈ যায়, যেতিয়া সিহঁতে এমুঠি অন্ন আৰু এচিটা

কাপোৰৰ বিনিময়ত সিহঁতৰ কুমাৰীত্ব সেই ধনদয়ালইঁতৰ হাতত এৰি দিছিল, তেতিয়া মই মাত্ৰ হিচাপে ধনদয়ালইঁতৰ হাতৰপৰা বচাবৰ বাবে, সিহঁতক মই মৃত্যুৰ বাবে উচতাই দিছিলোঁ। সিহঁতেও সেই অত্যাচাৰৰপৰা বাচিবলৈ মৃত্যুকে আকোৱালি লৈছিল।

ইলোৱা : মা, এই ধনদয়ালহঁতক জানো শেষ কৰি দিব নোৱাৰি ?

অজন্তা : নোৱাৰি। সিহঁতক শেষ কৰি দিব নোৱাৰি। এই সমাজখনত বহুত ধনদয়ালেৰে ভৰি আছে।

ইলোৱা : আৰু এই ধনদয়ালইঁতৰ উৎপাতত আমাৰ নিচিনা দুখীয়া-ফকিৰ-বোৰে তিষ্ঠিব নোৱাৰা হৈছে।

অজন্তা : এৰা, সিহঁতৰ উৎপাতত আমাৰ দুখীয়া ছোৱালীবোৰ জীৱন্ত অৱস্থাত থাকিব নোৱাৰা হৈছে। মৃত হৈ থাকিবলগা হৈছে। ভোকাতুৰ হৈ থাকিবলগা হৈছে। নগ্ন হৈ থাকিবলগা হৈছে।

ইলোৱা : মা, আমি এইবোৰক শেষ কৰি দিম। বাইদেউহঁতক মৰাৰ দৰে, এই সমাজত যিমান ধনদয়াল আছে ; সকলোকে ডিঙিত চিপ জৰী দি মাৰিম। ভেগাৰেৰে বুকু ভেদ কৰি মাৰিম। গাত তেল ঢালি জুই লগাই মাৰিম। বিহ খোৱাই মাৰিম।

অজন্তা : এৰা, এৰা ঠিক। ঠিক কছ। সেইদৰেই সিহঁতক হত্যা কৰিব লাগিব।

ইলোৱা : মা, বাইদেউহঁতৰ এই মৰা শকেইটা কিয় লৈ ফুৰিছা। বৰ গোন্ধাইছে।

অজন্তা : চুপ ! কোনোবাই গম পাব। সিহঁতকতো জীৱিত অৱস্থাত লৈ ফুৰাব নোৱাৰি।

ইলোৱা : কিয় মা ?

অজন্তা : জীৱিতভাবে থাকিলে সিহঁতৰ ওপৰত ধনদয়ালহঁতৰ আকৌ চকু পৰিব। সেই বাবেই সিহঁত মৰা অৱস্থাত আছে। আৰু সিহঁত জীৱিত অৱস্থাত থাকিলে তোৰ-মোৰ দৰে ভোক লাগিব। আমি দুটা প্ৰাণীয়ে খাবলৈ পোৱা নাই। ছটা প্ৰাণীয়ে আকৌ কি দৰে খাম ?

ইলোৱা : ঠিক মা, ঠিক। দুটা প্ৰাণীয়ে খাবলৈ পোৱা নাই। ছটা প্ৰাণীয়ে কি দৰে খাম—হেঃ হেঃ হেঃ

অজন্তা : হঁাহ, আৰু হাঁহ।

ইলোৱা : হেঃ হেঃ হেঃ—

অজন্তা : চুপ, সিহঁতে গম পাব। সিহঁত খুউব খাঙিবে জুই আছে। আহাৰ কৰিছে। জুই নাহাঁহিবি।

ইলোৰা : নাহাঁহো। বাইদেউ শোৱা নেই। মই নজগাওঁ। শান্তিৰে শোৱা। আৰামত শোৱা—( কান্দে। )—শোৱা, শোৱা—শান্তিৰে-আৰামেৰে ( হাঁহি ) হেঃ হেঃ হেঃ—

অজন্তা : হাঁহ। খুব হাঁহ। ( নিজেও হাঁহে ) হেঃ হেঃ হেঃ···মন্দিৰা, অপসৰা, নয়না, স্বপ্না উঠ। চা-চা-তইঁতৰ ভনিয়েৰে কি দৰে হাঁহিছে? পাগলীৰ দৰে হাঁহিছে—হেঃ হেঃ হেঃ—

ইলোৰা : হেঃ হেঃ হেঃ—

( দুয়ো পাগলীৰ দৰে হাঁহে। হাঁহি, হাঁহি এটা সময়ত কান্দি দিয়ে। মন্দিৰা, অপসৰা, নয়না আৰু স্বপ্নাৰ মৰা শ কেইটা উঠি আহে। )

মন্দিৰা : মা, মোক কিয় জগালা? মই বৰ শান্তিৰে শুই আছিলোঁ।

( মন্দিৰা প্ৰায় ২০।২১ বছৰীয়া ছোৱালী। অজন্তা ইলোৰাৰ দৰেই ধুনীয়া। দৰিদ্ৰতাই জুকলা কৰাৰ আভাস স্পষ্ট। তাই ডিঙিত ঘুৰণীয়া আকৃতিৰে স্পষ্ট ক'লা দাগ। পিন্ধনত ফটা-চিটা-জৰাজীৰ্ণ সাজ। সেইদৰে অপ্‌সৰাৰ হ'ব প্ৰায় ১৯।২০ বছৰ। তাই গাত সম্পূৰ্ণ ক'লা কাপোৰৰ সাজ। ডিঙিত এডাল জৰী বন্ধা থাকে। ক'লা সাজেৰে অপ্‌সৰাক অধিক ধুনীয়া দেখাইছে। কিন্তু তথাপিতো দৰিদ্ৰতাৰ ছাপ তাইৰ মুখত সুস্পষ্ট। )

অপ্‌সৰা : তোমালোকৰ হাঁহি—তামাচাত একন্তেক শান্তিৰে শুব নোৱাৰি।

( নয়না, এজনী ১৮।১৯ বছৰীয়া গাভৰু। ইলোৰাহঁতৰ দৰেই ধুনীয়া। নয়নাৰো মুখত দৰিদ্ৰতাৰ ছাপ দেখা যায়। তাইৰ সাজ-সজ্জা অতি সাধাৰণ। তাইৰ কণ্ঠৰপৰা বুকুৰ ওপৰেদি গৈ পেটলৈকে এডাল অকোৱা-পকোৱা নীলা দাঁক। পেটত সেই নীলাবোৰ ডোঙা বান্ধি থকা দৰে গোটেই পেটতেই নীলাবোৰ বেছিকৈ, ডাঙৰকৈ দেখা যায়। যেন কিবা এটা খাওঁতে কণ্ঠনলীয়ে দি সোমাই গৈ পেটত থোৱা বস্তুখিনি জমা হৈছে। নয়নাই কথা ক'বলৈ আৰম্ভ কৰে। তাইৰ গোটেই গাটোত ক'লা ক'লা আঁক আছে। )

নয়না : মা, তুমি বেইমান অশান্তি দিয়া। কিয় জগাই দিলা মোক?

( আগৰ কেইজনীৰ দৰেই স্বপ্নাও ধুনীয়া। সাধাৰণ। দৰিদ্ৰ গাভৰু। বয়স ১৭।১৮ মান হ'ব। তাইৰ বুকুত বজা দাগ এটা। দাগটুকুৰা ডাঙৰ। )

স্বপ্না : ইমান ধুনীয়াকৈ স্বপ্নাবিভোৰ হৈ শুই আছিলো, কিয় ইমান খৰ-খেদাকৈ জগাই দিলা মা ?

অজন্তা : চা, আমি কি দৰে হাঁহিছো !

ইলোৰা : জানা বাইদেউ, আমি ভোকতে হাঁহিছোঁ।

অজন্তা : মন্দিৰা, তহঁতৰ ভোক লগা নাই ?

মন্দিৰা : আমাৰ ভোক ! আমাৰ ভোক কাহানিবাই শেষ হৈ গৈছে মা।

অপ্সৰা : আৰু যেনিবা ভোক লাগিলেই, তুমি জানো আমাক খাবলৈ দিব পাৰিবা ?

নয়না : আজি কেইবাসাজো লঘোণে থকা ইলোৰাক খাবলৈ জানো তুমি কিবা এটা যোগাৰ কৰি দিব পাৰিছা ?

স্বপ্না : আমাৰ ভোক লাগিলে, আমি খাবলৈ বিচাৰিলে, ধনদয়ালহঁতৰ ওচৰত হাত পাতিব লাগিব।

মন্দিৰা : আৰু সিহঁতে আমাক অশ্লীল কটাক্ষেৰে, অশ্লীল ভঙ্গিমাৰে কিছুমান অশ্লীল কথা ক'ব।

অপ্সৰা : ধনদয়ালহঁতৰ চাতোক্তিত ভুল গৈ আমি হেলাৰঙে এমুঠি অন্ন আৰু এচিটা কাপোৰৰ বাবে নিজৰ হেৰুৱাই পেলাব লাগিব।

নয়না : এমুঠি অন্ন আৰু এছিটা কাপোৰ দিয়াৰ বিনিময়ত আমি দিব লাগিব সতীত্ব।

স্বপ্না : তাৰ বাহিৰেতো আন উপাই নাই। তুমিতো আমাক খাবলৈ দিব নোৱাৰা মা। আমিতো ধনদয়ালহঁতৰ ওচৰত হাত পাতিবই লাগিব।

অজন্তা : নাই, নাই নোৱাৰ ; নোৱাৰ। তহঁতে ধনদয়ালহঁতৰ ওচৰত হাত পাতিব নোৱাৰ। জীবিত অৱস্থাততো সিহঁতে তহঁতৰ ওপৰত অত্যাচাৰ চলালেই, মৰাৰ পিছতো তহঁতৰ ওপৰত, তহঁতৰ মৰা শ কেইটাৰ ওপৰত অত্যাচাৰ চলায় বুলিয়েই ; তহঁতক মই সিহঁতৰ চকুৰ আগৰপৰা এই অৰণ্যলৈ পলুৱাই আনিছোঁ।

ইলোৰা : হয়, মায়ে তোমালোকক ধনদয়ালহঁতৰ কবলৰপৰা আঁতৰাই ৰাখিবৰ বাবে, তোমালোকৰ মৰা শকেইটা অৰণ্যৰ এই এন্ধাৰত লৈ ফুৰিছে।

অজন্তা : তহঁতক মই কেতিয়াও ধনদয়ালহঁতৰ ওচৰলৈ যাবলৈ নিদিওঁ।

( মন্দিৰা, অপ্সৰা, নয়না আৰু স্বপ্নাই হাঁহে। )

মন্দিৰা : নোৱাৰিবা মা, আমাক লুকুৱাই ৰাখিব নোৱাৰিবা।

অজন্তা : পাৰিম। মই পাৰিম।

অপ্সৰা : মিছা কথা! তুমি আমাক আগতেও বচ্চাব্ নোৱাৰিলা, এতিয়াও নোৱাৰা।

ইলোৰা : সেয়া তোমালোকৰ ভুল ধাৰণা। মায়ে তোমালোকক বচ্চাব পাৰিব। মোক যিদৰে ধনদয়ালহঁতৰ চকুৰপৰা বচাই ৰাখিছে।

নয়না : এইদৰে বচাই ৰাখি লাভ কি? তই জানো খাবলৈ এমুঠি অন্ন পাইছ?

ইলোৰা : নাই পোৱা।

স্বপ্না : তই পিন্ধিবলৈ এছিটা কাপোৰ জানো পাইছ?

ইলোৰা : নাই পোৱা।

মন্দিৰা : তেতিয়াহ'লে, নাঙঠ হৈ শৰীৰত একুৰা জুই জলাই, ভোকাতুৰ হৈ পেটত একুৰা জুই জলাই কিমান দিন থাকিবি?

অপ্সৰা : এই দৰে জীয়াই জীয়াই মৰি যন্ত্ৰণা ভোগ কৰাতকৈ ধনদয়ালহঁতৰ হাতত নিজকে ধৰা দিয়াই ভাল।

নয়না : তই ভাণ্ডৰ হ'লি, গাভৰু হ'লি, ধুনীয়া হ'লি এই অৰণ্যৰ এন্ধাৰৰ মাজত। তোৰ এই ডাঙৰ হোৱাৰ কথা, বনৰ বন্য জন্তুৰ বাহিৰে বহিৰ্জগতেতো গম নাপায়।

স্বপ্না : এই দৰে জীয়া যৌৱনক হাবিয়ে হাবিয়ে লুকুৱাই লৈ ফুৰি অশান্তি ভোগাতকৈ ধনদয়ালহঁতৰ ওচৰত নিজকে ধৰা দিয়াই ভাল।

ইলোৰা : ( কিবা এটা ভাবি ) এৰা! বাইদেউহঁতে ঠিকেই কৈছে।

অজন্তা : ( ভয় আৰু উত্তেজনাত ) : নোৱাৰ! নোৱাৰ! ইলোৰা, তই ধনদয়ালহঁতৰ হাতত নিজকে ধৰা দিব নোৱাৰ।

( মন্দিৰা, অপ্সৰা, নয়না আৰু স্বপ্না হাঁহে। )

ইলোৰা : ( কঠোৰভাবে ) তুমি মোক খাবলৈ দিব পাৰিবা মা? তুমি মোক পিন্ধিবলৈ দিব পাৰিবা?

অজন্তা : ( খং আৰু উত্তেজনাত ) ইলোৰা!

ইলোৰা : মানুহ হৈ মানুহৰ মাজত কিয় আমি বাস কৰিব পৰা নাই! মা তুমি মোক মানুহৰ মাজলৈ যাবলৈ দিব পাৰিবা?

অজন্তা : নোৱাৰোঁ।

( মন্দিৰা, অপ্সৰা, নয়না আৰু স্বপ্নাই আকৌ আগৰদৰে হাঁহে। )

ইলোৰা : তুমি খোৱাব নোৱাৰা, পিন্ধাব নোৱাৰা, মানুহৰ মাজত; মানুহ হিচাপে থাকিবলৈ দিব নোৱাৰা, তেনেহ'লে তোমাৰ কি অধিকাৰ : মোক এইদৰে অৰণ্যৰ এন্ধাৰৰ মাজে মাজে লৈ ফুৰাবলৈ? মই মানুহ। মই মানুহৰ মাজত থাকিব বিচাৰিছোঁ।

চিনি পোৱা নাই। ধনদয়ালইঁতৰ ধনেৰে কিনি লোৱা এই সমাজৰ মানুহে, মানুহ নহয় একো একোটা পশু। সিইঁতৰ প্ৰত্যেকৰে দুখনকৈ মুখা আছে। সিইঁতৰ মাজলৈ গ'লে তই কেতিয়াও সাৰিব নোৱাৰ। তয়ো মৰিবি।

মন্দিৰা ঃ কিন্তু, তুমিতো তাইক বচাব নোৱাৰা।

অজন্তা ঃ মই পাৰিম।

অপ্সৰা ঃ তুমি নোৱাৰা।

অজন্তা ঃ মই পাৰিম।

নয়না ঃ তুমি নোৱাৰা।

অজন্তা ঃ পাৰিম।

স্বপ্না ঃ নোৱাৰা।

অজন্তা ঃ পা-ৰি-ম।

মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না ঃ (একে লগে) নোৱাৰা—

অজন্তা ঃ (প্ৰায় চিঞৰি) পাৰিম।

(অজন্তাই চিঞৰি প্ৰায় ভাগৰি পৰাৰ দৰে কান্দি দিয়ে। মন্দিৰা, অপ্সৰা, নয়না আৰু স্বপ্নাই হাঁহে।)

মন্দিৰা ঃ (কঠোৰভাৱে) তুমি দেউতাক বেমাৰৰপৰা বচাব নোৱাৰিলা—

অপ্সৰা ঃ (কঠোৰভাৱে) তুমি দেউতাৰ সম্পত্তি ৰক্ষা কৰিব নোৱাৰিলা।

নয়না ঃ (কঠোৰভাৱে) ধনদয়ালইঁতৰ লোলুপ দৃষ্টিৰপৰা আমাক উদ্ধাৰ কৰিব নোৱাৰিলা।

স্বপ্না ঃ (কঠোৰভাৱে) ধনদয়ালইঁতৰ কবলৰপৰা আমাক মুক্তি কৰি, আমাৰ সতীত্ব ৰক্ষা কৰিব নোৱাৰিলা।

মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না : (একে লগে ইংগিতসূচক হাঁহি মাৰি কয়) আকৌ তুমি এইক (ইলোৰাক উদ্দেশ্য কৰি) বচোৱা !। (হাঁহে)

অজন্তা ঃ (প্ৰায় কাতৰভাৱে) ভাইঁতে ভুল বুজিছ! মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না, ভাইঁতে মোক ভুল বুজিছ।

ইলোৱা ঃ নাই, বাইদেউহঁতে ঠিকেই কৈছে। তুমি আমাৰ বাবে একো কৰিব নোৱাৰিলা।

অজন্তা ঃ মই এজনী মাইকী মানুহ হিচাপে যিখিনি পাৰোঁ তাকেই কৰিছোঁ।

ইলোৱা ঃ কি কৰিলা? দেউতাৰ ধন-সম্পত্তিবোৰ ধনদয়ালৰ হাতত গতাই দিলা?

অজন্তা ঃ সেয়া মোক মাইকী মানুহ পাই, অন্যায় কৰি-মোক ঠগাই, তহঁতৰ দেউতাৰৰ সকলো সম্পত্তি ধনদয়ালে আত্মসাৎ কৰিলে। শেষত সিহঁতৰ ওচৰত এ মুঠি অন্ন আৰু এছিটা কাপোৰ খুজিবলৈ গৈ, মোৰ চাৰিজনী ছোৱালীয়ে আত্মহত্যা কৰিবলগীয়া হ'ল।

মন্দিৰা (হঠাৎ কাতৰভাৱে) মা, মোৰ ডিঙিটো বৰকৈ বিষাইছে।

অজন্তা ঃ (অতি ব্যস্তভাৱে) চাওঁ সোনজনী—

মন্দিৰা ঃ এয়া এই ডোখৰতে (নিজৰ ডিঙিটো দেখুৱাই) য'ত চিপজৰীডাল গাঁঠি দিছিলোঁ।

অজন্তা : আ-ই-ঐ মোৰ সোনজনী, তই বৰ দুখ পাইছ নহয়?

ইলোৱা ঃ বাইদেউ, তুমি বৰ অশান্তি অনুভৱ কৰিছা নহয়?

মন্দিৰা ঃ মোৰ মনৰ কথাবোৰ বাহিৰলৈ ওলাই নাহে মা। জৰিডালেৰে ডিঙিত দিয়া গাঁঠিটোৰ আঘাতে বাধা দি ৰাখিছে।

ইলোৱা ঃ বাইদেউ, তুমি কিয় চিপজৰী লগাই মৰিলা?

মন্দিৰা : ভাৰবাহিৰে, উপায় নাছিল। ধনদয়ালহঁতৰ অত্যাচাৰ আৰু কিমান সহ্য কৰিম?

ইলোৱা ঃ তোমালোকে কিয় প্ৰতিবাদ নকৰিলা?

মন্দিৰা ঃ প্ৰতিবাদ! প্ৰতিবাদ কৰিব নোৱাৰিলোঁ। আগতে দুখীয়াৰ ঘৰত জন্মগ্ৰহণ কৰিলোঁ বাবে প্ৰতিবাদ কৰিব নোৱাৰিলোঁ। আৰু এতিয়াও নোৱাৰোঁ। এই জৰীডালৰ গাঁঠিটোৱে টান কৰি ধৰাত প্ৰতিবাদবোৰ পেটৰ ভিতৰৰপৰা মুখলৈ নাহে।

ইলোৱা ঃ মা, মা—বাইদেৱে এতিয়া ডিঙিৰ ফাচটোৰপৰা একো প্ৰতিবাদ কৰিব নোৱাৰে আৰু আগতে দুখীয়া হোৱাৰ বাবে প্ৰতিবাদ কৰিব পৰা নাছিল।

অপ্সৰা ঃ (হঠাৎ অতি কৰুণভাৱে) মা, মোৰ গাটো বৰকৈ পুৰিছে। চোৱাচোন গোটেই গাটো কিদৰে জ্বলি ছাই হৈ গ'ল।

অজন্তা ঃ (ব্যতিব্যস্ত হৈ) অপ্সৰা, মোৰ সোনজনী! বৰ কষ্ট পালি নহয়?

ইলোৱা ঃ বাইদেউ, তুমি গাৰ পোৰণিত থাকিব নোৱাৰা হৈছা নহয়?

অপ্‌সৰা : উহঃ কিদৰে মোৰ গোটেই গাটোত দপ্‌দপকৈ জুইকুৰা জ্বলি উঠিছিল।

অজন্তা : আৰু মই তোৰ গাত জ্বলি থকা জুই দেখি আনন্দত আত্মহাৰা হৈ খুউব হাঁহিছিলো—হিঃ হিঃ হিঃ—(হাঁহে, হাঁহি হাঁহি পিছলৈ হাঁহিত করুণ ভাব ফুটি উঠে।) মই খুব হাঁহিছিলোঁ।

ইলোৰা : বাইদেউ, কিয় তুমি গাত তেল ঢালি জুই লগাই মৰিলা ?

অপ্‌সৰা : শৰীৰত যৌৱনৰ জুইকুৰা, ভোকত পেটত জ্বলা জুই কুৰা নুমোৱাবৰ বাবে আন একুৰা জুইৰ খুব প্ৰয়োজন হৈ পৰিছিল। জুইয়েহে জুইক শাঁত কৰিব পাৰে। সেইবাবেই গাত জুই লগাই সেই দেহৰ জুই, পেটৰ জুই শেষ কৰিলোঁ।

ইলোৰা : কিয় ? তাৰ বাহিৰে জানো অন্য উপায় নাছিল ?

অপ্‌সৰা : নাই ভণ্টী, কোনো উপায় নাছিল। মোৰ শৰীৰে, মোৰ যৌৱনে ধনদয়ালহঁতক শান্তিৰে শুবলৈ দিয়া নাছিল। সিহঁতৰ লালসাৰ অটল গহ্বৰত মই নিঃশেষ হৈ গৈছিলোঁ। সেই এন্ধাৰ গহ্বৰ পোহৰাই তুলিবৰ বাবে মই মোৰ গাত জুই লগাইছিলোঁ। নহ'লে যে-সিহঁতে মোৰ শৰীৰৰ ওপৰত আৰু অত্যাচাৰ চলালেহেঁতেন।

ইলোৰা : তুমি কিয় বোবা, পঙ্গুৰ দৰে সকলো অত্যাচাৰ সহ্য কৰি গ'লা ? তুমি মাত নামাতিলা কিয় ?

অপ্‌সৰা : নামাতিলোঁ। আমাৰ দৰিদ্ৰতাই তেতিয়া মোক বোবা, পঙ্গু কৰি ৰাখিলে। এতিয়া মাত মাতিব নোৱাৰোঁ। কাৰণ, এতিয়া মই ছাঁই হৈ গ'লোঁ। মোৰ গাৰ পোৰণিয়ে কোনো কথা ভিতৰৰ পৰা বাহিৰলৈ ওলাই আহিবলৈ নিদিয়ে।

নয়না : (লগে লগে হঠাৎ কাতৰভাৱে) মা, মা-মোৰ পেটটো খুব কামুৰিছে।

অজন্তা : (নয়নাৰ ওচৰলৈ গৈ, খুব ব্যস্তভাৱে) নয়না, মোৰ মাজনী—চাওঁ মোৰ সোনজনী—

নয়না : এয়া চোৱা মোৰ পেটত বিহবোৱে খুব আক্ৰমণ কৰিছে। সিহঁতৰ আক্ৰমণত মই ধৈৰ্যৰ বান্ধ হেৰুৱাই পেলাইছোঁ।

ইলোৰা : বাইদেউ, তোমাৰ পেটটো বৰকৈ কামুৰিছে নহয় ?

নয়না : এৰা ভণ্টী, মই পেটৰ কামোৰত থাকিব নোৱাৰা হৈছোঁ।

অজন্তা : কিবা অকনমান খাবি ?

ইলোৰা : তুমি কি খাবলৈ দিব পাৰিবা ?

নয়না : নাই, নাই মই আৰু সেই বিহলোপা খাব নোৱাৰোঁ। তাতকৈ মই লঘোণে থাকিম।

ইলোৰা ঃ বাইদেউ, তুমি এই দৰে মৰি জানো কিবা শান্তি পালা ?

নয়না ঃ শান্তি ! ক'ত শান্তি পাম ! বিহ খাই মৰিছিলোঁ। কিন্তু, এই সমাজৰ মানুহে মোৰ মৰা শটোও শান্তিৰে থাকিবলৈ নিদিলে। বিহ খোৱাৰ পাছত প'ষ্টমৰটেমৰ নামত, মোৰ গোটেই শৰীৰটো কত-বিক্ষত কৰি কাটি পেলালে ! এয়া চোৱাচোন মা, চোৱাচোন ভণ্টী, কি দৰে মোৰ শৰীৰটো টুকুৰা টুকুৰ কৰি কাটিলে।

ইলোৰা ঃ তুমি যে ইমান যন্ত্ৰণা ভোগ কৰিছা !

নয়না ঃ তাৰ বাহিৰেতো উপায় নাই। . ধনদয়ালহঁতক কিবা খাবলৈ খুজিলে, সিহঁতক দিব লাগে নিজৰ সতীত্ব। কিন্তু, বিহ খালেতো কাকো একো দিব নালাগে। সেই বাবে কিবা পোৱাৰ বিনিময়ত, খোৱাৰ বিনিময়ত কাকো একো নিদিও বুলি বিহ খাই আত্মহত্যা কৰিলোঁ। কিন্তু আত্মহত্যা কৰিও শান্তিৰে থাকিব পৰা নাই।

ইলোৰা ঃ কিয় বাইদেউ ? কিয় ?

নয়না ঃ আগতে দৰিদ্ৰতাৰ খাতিৰত নিজকে আনৰ হাতত তিল তিলকৈ নিঃশেষ কৰি দিবলগা হৈছিল। বহুত দাবী, বহুত প্ৰতিবাদ থকা স্বত্বেও দৰিদ্ৰতাই মোক পঙ্গু কৰি ৰাখিছিল। এতিয়া শৰীৰৰ কত-বিক্ষত অংশৰ বিষত আৰু পেটৰ ভিতৰত বিহখিনিয়ে কৰা আক্ৰমণত একো ক'ব নোৱাৰা হৈ, পঙ্গু-বোবা হৈ আছোঁ। ( স্বপ্নাক উদ্দেশ্য কৰি ) সোৱা চাচোন ভণ্টী, স্বপ্নাই কিদৰে বুকুৰ বিষত কেঁকাইছে !

( লগে লগে অজন্তা স্বপ্নাৰ ওচৰলৈ যায়। নয়নাও যায়। )

অজন্তা : ( স্বপ্নাক ) মোৰ সোনজনী ! স্বপ্না ! চাও ক'ত বিষাইছে ?

স্বপ্না : ( নিজৰ বুকুখন দেখুৱাই ) এয়া মা, মোৰ বুকুত ইমান বিষাইছে। চোৱাচোন, ইমান তেজ ওলাইছে।

ইলোৰা ঃ বাইদেউ, বাইদেউ ! তোমাৰ বুকুখন বিষাইছে ? তুমি অশান্তি পাইছা ?

স্বপ্না : এৰা ভণ্টী ! বৰ অশান্তি পাইছোঁ। কিন্তু, কেতিয়াবা জানো শান্তিত থাকিবলৈ পাইছিলো !

ইলোৰা ঃ মানে বাইদেউ !

স্বপ্না : সকতে খাবলৈ নাপাই অশান্তিত আছিলোঁ। কাৰণ আমি দুখীয়া আছিলোঁ। ডাঙৰ হোৱাত আৰু বেছিকৈ অশান্তি ভোগ কৰিলোঁ। কাৰণ মোৰ সৌন্দৰ্য। মোৰ যৌবন। ধনদয়ালহঁতে মোৰ ওপৰত অত্যাচাৰ চলালে। তাৰপৰা প্ৰতিকাৰ পাবৰ বাবে এখন ভোজালীৰে নিজৰ বুকু ভেদ কৰি দিছিলোঁ'।

ইলোৰা ঃ বাইদেউ, তুমি কিয় বাৰু এনে কাম কৰিলা ?

স্বপ্না ঃ আগতে ভাবিছিলোঁ, জীৱিত অৱস্থাত আমি দুখীয়া অছিলোঁ বাবে কাকো একো ক'ব নোৱাৰিছিলোঁ। তেতিয়া ভাবিছিলো, মৰাৰ পাছত আত্মাৰে হ'লেও আমাৰ ক'ব লগাখিনি ক'ম। সেই বাবেই নিজেই মৰিছিলোঁ। কিন্তু, এতিয়া দেখিছোঁ, বুকুৰ ভই ডেগাৰৰ খোঁচত হোৱা আঘাতে ক'ব লগাখিনি উজাই আহিবলৈ দিয়া নাই। তথাপিতো ভাবোঁ, মই শান্তিত আছোঁ। সেই পশুহঁতৰ অত্যাচাৰ, আক্ৰমণৰপৰা সাৰি আছোঁ।

( হঠাৎ অজন্তাই হাঁহে। )

অজন্তা ঃ হিঃ হিঃ হিঃ তহঁতে শান্তিৰে আছ ? ( স্বপ্নাহঁতক উদ্দেশ্য কৰি। ) হিঃ হিঃ হিঃ তহঁতে পশুহঁতৰ আক্ৰমণৰপৰা হাত সাৰি আছ ? হিঃ হিঃ হিঃ···

( অজন্তাই হাঁহি থকা দেখি ইলোৰাই হাঁহিবলৈ ধৰে। )

মন্দিৰা : ( কঠোৰভাবে ) এইদৰে হাঁহিলে নহ'ব মা।

অপ্সৰা : ( কঠোৰভাবে ) এইদৰে হাঁহিলে ন'হব ভন্টি—

নয়না : ( কঠোৰভাবে ) এইদৰে হাঁহিলে নহ'ব—

স্বপ্না : ( কঠোৰভাবে ) হাঁহিলে নহ'ব --

অজন্তা, ইলোৰা : ( একেলগে হাঁহি ) হাঁহিম, হাঁহিম আমি খুব হাঁহিম হিঃ হিঃ হিঃ···

অজন্তা : ধনদয়ালহঁতৰ কাণ্ড দেখি হাঁহিম—

ইলোৰা : বাইদেউ, তোমালোকৰ অৱস্থা দেখি হাঁহিম—

অজন্তা : মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না. আমাৰতো হাঁহাৰ বাহিৰে আৰু একো কৰিবলগা নাই। আমি হাঁহিম, হিঃ হিঃ হিঃ···

মন্দিৰা : হাঁহিব নালাগে। তোমালোকেও আত্মহত্যা কৰা—

ইলোৰা : কিয় আমি আত্মহত্যা কৰিম ?

অপ্সৰা : এইদৰে নাথাই নবৈ অজ্ঞাতে বাস কৰাতকৈ আত্মহত্যা কৰা।

স্বপ্না : মা, তুমি ইলোৰাক খাবলৈ দিব নোৱাৰা, তুমি নিজেও খাবলৈ নোপোৱা, এনেকৈ থকাতকৈ আত্মহত্যা কৰা।

অজন্তা, ইলোৰা : ( একে লগে, প্ৰায় চিঞৰি ) নাই, নাই আমি আত্মহত্যা নকৰোঁ।

মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না : ( একে লগে, হাঁহি ) তোমালোকে আত্মহত্যা নকৰা। হিঃ হিঃ হিঃ···

মন্দিৰা : মা, আজি তোমালোকৰ নিচিনা বহুতো অজন্তা ইলোৰাই থাবলৈ নাপাই, সমাজৰ ধনদয়ালহঁতৰ উৎপাতত পাষাণ হৈ জীয়াই আছে।

অপ্সৰা : সমাজৰ ধনদয়ালহঁতৰ উৎপাতত আজি বহুতো মন্দিৰা, অপ্সৰা, নয়না, স্বপ্নাৰ মৃত আত্মাই হাহাকাৰ কৰি অজন্তা, ইলোৰাৰ পাষাণী মূৰ্ত্তিৰ কাষে কাষে ঘূৰি-ফুৰিছে।

নয়না : সমাজৰ ধনদয়ালহঁতৰ ধনৰ জুইত বহুতো দুখীয়া মন্দিৰা, অপ্সৰা, নয়না, স্বপ্নাৰ সতীত্ব, কুমাৰীত্ব চগাৰ দৰে জাহ গৈছে।

স্বপ্না : এই ধনদয়ালহঁতৰ ধনৰ কবলৰপৰা কোনেও মন্দিৰা, অপ্সৰা, নয়না, স্বপ্নাক উদ্ধাৰ কৰিবলৈ নোৱাৰিলে আৰু নোৱাৰে। তেনে সাহসী মানুহৰ খুব অভাৱ মা—

মন্দিৰা : মা, কোনেও আমাক উদ্ধাৰ কৰিব নোৱাৰে—

অপ্সৰা : আমাক উদ্ধাৰ কৰিব নোৱাৰে—

নয়না : উদ্ধাৰ কৰিব নোৱাৰে—

স্বপ্না : উদ্ধাৰ কৰিব নোৱাৰে—

অজন্তা : তেন্তে উপায় ?

ইলোৰা : ইয়াৰ উপায় কি ?

মন্দিৰা : ( ইলোৰাক উদ্দেশ্য কৰি ) তহঁতে—তহঁতেও হাতে হাতে একুৰাকৈ জুই লৈ ধনদয়ালহঁতৰ গোটেই গোষ্ঠী পুৰি শেষ কৰি দে—

অপ্সৰা : ( অজন্তাক উদ্দেশ্য কৰি ) ধনদয়ালহঁতৰ গুদামৰ চাউল, চিন্দুকৰ টকাবোৰ জলাই ছাৰখাৰ কৰি দিয়া।

নয়না : নহ'লে মা, ইলোৰা—সিহঁতৰপৰা ৰক্ষা নোপোৱা। ৰক্ষা নোপোৱা।

স্বপ্না : নিজৰ প্ৰাপ্য নিজেই বিচাৰিব লাগিব। নিজেই নিজক ৰক্ষা নকৰিলে কোনেও ৰক্ষা নকৰে। কোনেও ৰক্ষা নকৰে—

মন্দিৰা, অপ্সৰা, নয়না, স্বপ্না : ( একে লগে ) কোনেও ৰক্ষা নকৰে।

( চাৰিওজনীয়ে ছুবাৰ মান ওপৰৰ সংলাপখিনি কৈ কৈ হাঁহে। )

ইলোৰা : ( প্ৰায় চিঞৰি ) বাইদেউ।

( মন্দিৰাহঁতে হাঁহি বন্ধ কৰে। কিছু সময় পৰিবেশ নিথৰ নিঃস্তব্ধ। )

অজন্তা : অ' ঠিক কৈছ। কোনেও ৰক্ষা কৰিবলৈ নাহে। ইলোৰা, তই এইদৰে একুৰা জুই হেন বলৈ নাথাই-নবৈ কিয় তোকত আছ ?

তয়ো মৰি যা—মোৰো ভোক লাগিছে। প্ৰথমে তোক খাই ভোক গুচাই লওঁ।—তোক সমাজৰ ধনদয়াল হঁতৰপৰা বছাই বছাই এতিয়া মই ভাগৰি পৰিছোঁ। নাথাই-নবৈ এইদৰে নিজৰ কুমাৰীত্ব বছাই তই ভাগৰি পৰিছ।—তোক মই খাই পেলাওঁ। —এই অলপ শাস্তি পা। তই বৰ ধুনীয়া হৈছ। খাই দিবলৈ মন যোৱাকৈ ধুনীয়া—

ইলোৰা : ( আচৰিত হৈ ) মা, তোমাৰ কি হৈছে ।

অজন্তা : অ' তোক খাই হে প্ৰথমে মোৰ ভোক গুচাই লওঁ। তাৰপাছত হাতত একুৰা জুই লৈ সমাজৰ গোটেই ধনদয়ালহঁতৰ গোষ্ঠী জ্বলাই শেষ কৰি দিম। নহ'লে মোৰ মন্দিৰা, অপ্সৰা, নয়না, স্বপ্নাই যুগে যুগে লাঞ্ছিত হ'ব। আমাৰ নিচিনা দুখীয়া অজন্তা-ইলোৰাবোৰে যুগে যুগে এই সমাজৰ ধনদয়ালহঁতৰ ক্ষমতা'ৰ আগত, শক্তিৰ সন্মুখত অশ্লীল, লোলুপ দৃষ্টিৰ সন্মুখত পাষাণ হৈ থাকিব লাগিব।

( অজন্তাই ইলোৰাক খেদি যায়। ইলোৰাৰ শাৰীখনক আচল এটা ধৰি অজন্তাই টানে। ইলোৰাই ভয় খাই আঁতৰি যাবলৈ ধৰে। কিন্তু অজন্তাৰ হাতৰ পৰা এৰাব নোৱাৰে। লাহে লাহে ইলোৰা বহি দিয়ে। মাকৰ মুখলৈ চায়। অজন্তায়ে জীয়েকৰ মুখলৈ চায়। )

ইলোৰা : ( কাতৰভাৱে ) মা ময়ো তোমাৰ সতে ওলাম। ময়ো হাতত একুৰা জুই ল'ম।

( মন্দিৰা, অপ্সৰা, নয়না আৰু স্বপ্নাই অজন্তা আৰু ইলোৰাৰ ফালে চাই হাঁহে। সিহঁতৰ মুখৰ হাঁহিত যেন এক বিজয়ৰ আভাস। অজন্তা আৰু ইলোৰা আগৰ ভাগেই থাকে। সিহঁতৰ চকু আৰু মুখত এক পবিত্ৰ ভাব ফুটি উঠে। সকলো শিলৰ মূৰ্তিৰ দৰে হৈ যায়। )

———

# গৌতম, রুস্তম আরু

( স্ত্রী চরিত্র বর্জিত নাটক )

চরিত্র লিপি :

১। অম্বিকা।
২। ধনীরাম।
৩। গাওঁবুঢ়া।
৪। ভিক্ষাৰী।
৫। চিত্রগুপ্ত।
৬। ধনদয়াল।
৭। ৰচিদ।
৮। সূত্রধাৰ।

(মঞ্চত অম্বিকা, ধনীৰাম আৰু গাওঁবুঢ়া থাকে। অম্বিকাই দৰ্শকৰ উদ্দেশ্য কৰি কয় )

অম্বিকা : ৰাইজ! আপোনালোক এই নিশা কিয় মাতি আনিছোঁ, সেইয়া বোধহয় গম পাইছে। আমাৰ এই সভাৰ নেতৃত্ব কৰিছে গাঁৱৰেই বয়োজ্যেষ্ঠ হলিৰাম গাঁওবুঢ়াই। আচলতে এইখন সভা নুবুলি এখন আলোচনা চক্ৰ বুলিব পাৰি। আজি আমাৰ গাঁৱৰ পৰা যি ট্ৰাক ধান গাঁৱৰ বাহিৰলৈ নিবলগা আছে, তাৰ বিষয়ে আলোচনা হ'ব লাগে...

ধনীৰাম : আলোচনা নহয়। আলোচনাৰ কথা উঠিবই নোৱাৰে।

গাওঁবুঢ়া : এৰা, ঠিকেই আলোচনা নহয় সিদ্ধান্ত লব লাগে।

ধনীৰাম : আমি ধানখিনি বাহিৰলৈ যাব নিদিওঁ।

অম্বিকা : সেই কথাটোকেই ৰাইজক বুজাব লাগে।

ধনীৰাম : বুজাবলৈ নাই, ৰাইজে সকলো বুজি পাইছে।

গাওঁবুঢ়া : এৰা, আলোচনা-বিলোচনা কৰি থাকিলে সিফালে ধান ট্ৰাক সবকাই নিবই।

অম্বিকা : ট্ৰাকখন ইতিমধ্যে এদল ল'ৰাৰ হতোৱাই জব্দ কৰোৱা হৈছে।

গাওঁবুঢ়া : ভাল কথা, তেতিয়াহ'লে হেতা-ওপৰা নকৰি এতিয়া আমাৰ সভাত কি প্ৰস্তাৱ লোৱা হ'ল তাকেই বহলাই কোৱা।

ধনীৰাম : গাওঁবুঢ়াই ঠিকেই কৈছে।

গাওঁবুঢ়া : ( ধনীৰামক ) কোৱা তেন্তে, তুমিয়েই কোৱা।

ধনীৰাম : ( দৰ্শকক উদ্দেশ্য কৰি ) ৰাইজ! এতিয়া চাবে এবাৰটা বজাত এই প্ৰেক্ষাগৃহৰ ভিতৰত আপোনালোকক আমি ক'ব বিচাৰিছোঁ যে আমাৰ আগৰ মিটিঙৰ প্ৰস্তাৱ মতে ধান ট্ৰাক আমাৰ গাৱঁৰ বাহিৰলৈ নিব নিদিওঁ। সেয়েহে আপোনালোকৰ মত লবৰ বাবে আমি গুপুতে এই প্ৰেক্ষাগৃহত গোট খাইছোঁহক...

গাওঁবুঢ়া : গুপুতে কিয়? আমি ৰাজহুৱাভাৱে সকলো কথা ক'ম।

অম্বিকা : অ' আমিতো কাৰো ধান চোৰ কৰিবলৈ যোৱা নাই। আমাৰ নিজৰ ধানৰ কথা নিজে পাতিছোঁ।

গাওঁবুঢ়া : এৰা, আমাৰ বস্তুৰ ওপৰত আমাৰ অধিকাৰ থাকিব লাগিব।

অম্বিকা : এইদৰে ট্ৰাকে, ট্ৰাকে ধান বাহিৰলৈ লৈ গ'লে পিছত আমি ভিক্ষাৰ জোলোঙা কান্ধত লৈ বাস্তাই ঘুৰিব লাগিব।

( কান্ধত এটা ভিক্ষাৰ জোলোঙা ওলোমাই লৈ এজন ভিক্ষাৰী সোমাই আহে। )

ভিক্ষাৰী : ভিক্ষাৰ জোলোঙা লৈ মই আপোনালোকৰ ওচৰলৈ আহিছোঁ।
গাওঁবুঢ়া : নিশাখন ভিক্ষা কৰিবলৈ আহিছা !
ভিক্ষাৰী : দিনত ভিক্ষা কৰিবলৈ লাজ পাওঁ।
ধনীৰাম : ভিক্ষা বৃত্তি লৈছা, আকৌ দিনত ভিক্ষা কৰিবলৈ লাজ পোৱা ?
ভিক্ষাৰী : লাজ পাওঁ এই বাবেই যে মোৰ সাত পুৰুষত কোনেও ভিক্ষাবৃত্তি গ্ৰহণ কৰা নাছিল।
অম্বিকা : কিন্তু তোমাৰ পুৰুষে কিয় ভিক্ষাৰ পাত্ৰ ল'ব লগা হ'ল ?
ধনীৰাম : মেহনতী কৰা—
অম্বিকা : মজুৰী কৰা
ধনীৰাম : আমাৰ দৰে খেতি কৰি খোৱা—
অম্বিকা : আমাৰ দৰে মিস্ত্ৰি কৰি খোৱা—
গাওঁবুঢ়া : কিবা এটা কৰি খোৱা—
অম্বিকা : আমাৰ মাজৰে এজন বনোৱা হোৱা
ভিক্ষাৰী : মই যে এজন ৰোগী।
অম্বিকা : এইদৰে ৰোগী বুলিলেতো নহ'ব।
ভিক্ষাৰী : হ'ব বুলিও মই কোনো দিনে ভবা নাই।
গাওঁবুঢ়া : তেতিয়াহ'লে ?
ভিক্ষাৰী : আজি মই জীৱনত প্ৰথম ভিক্ষাৰ জোলোঙা কান্ধত আৰু ভিক্ষাৰ পাত্ৰ হাতত লৈছোঁ আৰু নিশাৰ আন্ধাৰৰ আঁৰ লৈ এই ৰঙ্গমঞ্চলৈ আহিছোঁ সকলো লাজ-মান কাটি কৰি ভিক্ষা কৰিবলৈ। (দৰ্শকক) মোক নিৰাশ নকৰিব বাইজ ! যি পাৰে দুই-এপইচা দিয়ক-দিয়ক বাইজ। নহ'লে অকণমান ঘিঁউৰ অভাৱত সংকাৰ কৰিব নোৱাৰা মোৰ মাতৃহজনীৰ দুৰ্গন্ধময় মৰাশটো শিয়াল শগুণে খাই শেষ কৰিব। দিয়ক বাইজ-দিয়ক। —আপোনালোকে নামাতে কিয় ? নামাতে ! —মোৰ মুখলৈ থৰ হৈ চাই আছে। আপোনালোকতো ইয়ালৈ নিৰৱ দৰ্শক হ'বলৈ অহা নাই ? এখন সভাত বায় দিবলৈ আহিছে। মইতো ভাৱৰীয়া নহও। মই ইয়াত ভাও দিবলৈ অহা নাই। মই এজন সচা ভিক্ষাৰী।
গাওঁবুঢ়া : ৰ'বা, ৰ'বা—সভালৈ আহোঁতে কোনেওতো ভিক্ষা দিব বুলি স'চতিত পইচা লৈ সাজো হৈ অহা নাই।
অম্বিকা : তাতে এই নিশা—
ধনীৰাম : সভালৈ তুমি ভিক্ষা বিচাৰি অহাটোৱেই ভুল হৈছে।
ভিক্ষাৰী : তেতিয়াহ'লে মোক ভিক্ষা নালাগে। মোৰ একমাত্ৰ সম্বল,

অনাহাৰী ছোৱালীজনীকে আপোনালোকক বিক্ৰী কৰিম। তাৰ বিনিময়ত মোক কিবা এটা দিয়ক।

গাঁওবুঢ়া : ছোৱালী বিক্ৰী কৰিবা ?

অম্বিকা : তুমি কথাবোৰ ঠিকেই কৈছাতো ?

ধনীৰাম : তোমাৰ মূৰৰ বিকৃতি নাই হোৱোতো ?

ভিক্ষাৰী : মূৰৰ বিকৃতি নোহোৱা হ'লে জানো নিজৰ ছোৱালী বিক্ৰি কৰিবলৈ আহোঁ ?

গাঁওবুঢ়া : নিজৰ ছোৱালী বিক্ৰী কৰিবা ? তুমি মানুহ হোৱানে নোহোৱা ? তোমাৰ এখন অন্তৰ আছেনে নাই ?

ভিক্ষাৰী : অন্তৰখনতো কাহানিবাই বিক্ৰী কৰিছোঁ আৰু আমাৰ নিচিনাবোৰ কোনোকালেই মানুহৰ শাৰীত নপৰে।

অম্বিকা : কিন্তু নিজৰ ছোৱালী এজনী—

ভিক্ষাৰী : মোৰ ঘৰত থাকিলে মাকৰ দৰে তাইও লঘোনে ভোকে মৰিব লাগিব। আপোনালোকক বিক্ৰী কৰিলে অন্ততঃ এমুঠি ভালদৰে খাবলৈ পাব।

ধনীৰাম : এনে এটা চূড়ান্ত অৱস্থা হ'বলৈ পালে কিদৰে ?

অম্বিকা : তুমিয়েইবা এনে এটা মুহূৰ্তৰ বাবে বৈ আছিলা কিয় ?

ভিক্ষাৰী : দুখীয়াৰ ঘৰত অচিন বেমাৰে বাহ ললে, ঘৰৰ খেতিৰ ধানকেইটা গাঁৱৰ মহাজনক সস্তাতে বেচি দেৱাই কিনিলোঁ। ঘৰৰ পৰা লক্ষী আঁতৰিল। কিন্তু বেমাৰ নাতৰিল। শেষত মহাজনৰ হাতত মাটিও বন্ধক দিবলগা হ'ল।

অম্বিকা : বাচ, হ'ব। আৰু ক'ব নালাগে। পাছত কি হ'ল সকলো বুজিছোঁ।

ধনীৰাম : এইদৰে আমাৰ প্ৰতিজন মানুহৰ পৰা মহাজনে দৰিদ্ৰতাৰ সুবিধা লৈ মাটি-বাৰি, ধন-ধান সকলো আত্মসাৎ কৰি আমাক বাটৰ ভিকহু কৰিছে।

অম্বিকা : এতিয়াতো মহাজনে তাকে কৰিব বিচাৰিছে। আমাৰ খেতিয়ক, মিস্ত্ৰী, বনোৱা সকলোৰে দৰিদ্ৰতাৰ সুবিধা লৈ ধানবোৰ সস্তা দৰত কিনি আমাৰ ইয়াৰ পৰা বাহিৰলৈ ট্ৰাকে ট্ৰাকে পঠাব বিচাৰিছে।

গাঁওবুঢ়া : বাইজ ! আপোনালোকে ভাবি চাওক। মহাজনৰ চতুৰালীত আমি কিদৰে দিনে, দিনে ভিক্ষাৰী হ'ব ধৰিছোঁ। উদাহৰণ স্বৰূপে এওঁকেই ( ভিক্ষাৰীক ) আপোনালোকৰ আগত থিয় কৰাইছোঁ। সকলো থাকিও আজি এওঁ পথৰ ভিকহু। নিজৰ তেজ মাংসক বেচিবলৈ আহিছে।

ধনীৰাম : আমি নিজেই উৎপন্ন কৰা ধান আমি আকৌ নিজেই কিনি খাব

লগা হয় : আমাৰ পৰা মহাজনে চলে বলে কৌশলে, ধানবোৰ আত্ম-সাৎ কৰে। পাছত আকৌ আমাকে দুগুণ দামত বিক্ৰী কৰে। এইদৰে আমি সৰ্বহাৰা হ'বলৈ ধৰিছোঁ।

অম্বিকা : দেশত খাদ্যৰ অভাৱ। বহুতে দুবেলা দুমুঠি খাবলৈ পোৱা নাই। কিন্তু আমাৰ ইয়াত প্ৰচুৰ ধান আছে, সেইবোৰ মহাজনে চোৰাং-ভাৱে দুগুণত চাৰিগুণ, চাৰি গুণত আঠগুণ চৰা দামত বেচিবলৈ ট্ৰাক ভৰ্তি কৰি আন ঠাইলৈ চালান দিছে।

ভিক্ষাৰী : বাইজ! মোৰ ছোৱালীজনী আপোনালোকে কিনক। মই দুটামান পইচা পাওঁ। মোৰ মানুহজনীৰ সৎকাৰ কৰিব লাগে। মানুহজনীৰ গেলি যোৱা শ'টো মই আৰু চাই থাকিব নোৱাৰোঁ।

গঁওবুঢ়া : এইদৰে আৰু কাৰ ঘৰত কিমান মানুহ মৰিছে, গেলিছে, কোনে কাৰ ছোৱালী বিক্ৰী কৰিছে তাৰতো কোনো হিচাব নাই।

অম্বিকা : সেই হিচাবতো আমি নাজানো!

ধনীৰাম : আৰু কোনেও সেই হিচাব সঠিককৈ দিব নোৱাৰে।

( চিত্ৰগুপ্ত সোমাই আহে। )

চিত্ৰগুপ্ত : হিচাপ সকলো চিত্ৰগুপ্তৰ ওচৰত। এই চিত্ৰগুপ্তই কোনোকালে, কোনো ধৰণৰ হিচাব গণ্ডগোল নকৰে। ( দৰ্শকলৈ চায় ) হেঁ! বহুত বাইজ?

অম্বিকা : চিত্ৰগুপ্তক যম ৰজাৰ ৰাজকক্ষৰ পৰা এই সভাঘৰলৈ প্ৰৱেশ কৰিবলৈ কোনে অধিকাৰ দিলে?

চিত্ৰগুপ্ত : হেঁ! কি কোৱাহে? যম ৰজাৰ ৰাজকক্ষৰ পৰা নহয়, ধনদয়াল মহাজনৰ ঘৰৰ পৰা আহিছোঁ।

ধনীৰাম : কিন্তু এই নিশা তুমি ইয়াত কিয়?

চিত্ৰগুপ্ত : নিশা যদি গুপুতে সভা বহিব পাৰে, তেতিয়াহলে মই আহিলে কি মহাভাৰতখন অশুদ্ধ হ'বহে? ( দৰ্শকক ) আপোনালোকে কি কয়?

গাঁওবুঢ়া : ইয়াত সভা হৈছে বুলি...

চিত্ৰগুপ্ত : আ-হা! হিচাব হে হিচাব, মোৰ হিচাব ভুল নহয়।

অম্বিকা : আপোনাৰ হিচাব ভুল নহয় বুলি আমি জানো।

চিত্ৰগুপ্ত : সেইয়া, শাস্ত্ৰত আছে এটা হিচাব এবাৰ ভুল কৰিলে; তাক শুদ্ধ কৰিবৰ বাবে আৰু বহুত ভুল কৰিবলগা হয়।

ধনীৰাম : আপোনাৰ এই উক্তিবোৰ কোন শাস্ত্ৰৰ তাক আপুনি নিজে জানেনে?

চিত্ৰগুপ্ত : হেঁ! কিয় নাজানিম। জানো। কিন্তু শাস্ত্ৰত আছে, গুৰুৰ গুটি খাবা নাম নকৰা।

ভিক্ষাৰী : (চিত্ৰগুপ্তক) বাবু ভিক্ষা বিচাৰিছোঁ…

চিত্ৰগুপ্ত : হেঁ? ভিক্ষা? ছিঃ ছিঃ ছিঃ দেশখন আৰু দেশ হৈ থকা নাই। এই নিশা কিহৰ ভিক্ষা?

অম্বিকা : আপোনালোকৰ নিচিনা মানুহ থাকিলে দেশ দেশহৈ থাকিবনে?

ধনীৰাম : ভিক্ষা নকৰিবলৈ আপোনালোকে ৰাখিছে কি?

ভিক্ষাৰী : বাবু, আপোনালোক ধনবান লোক। দুপইচামান দিয়ক। মূৰৰ চুলি চিঙি আশীৰ্বাদ কৰিম।

চিত্ৰগুপ্ত : হেঁ! আশীৰ্বাদ! ছিঃ ছিঃ ছিঃ চিত্ৰগুপ্তই আকৌ ভিক্ষাৰীৰ ভিক্ষা কৰিব?

ভিক্ষাৰী : নাই বাবু, ভিক্ষা কৰিব নালাগে, আমি নিজে দিম। অলপ দান কৰক।

চিত্ৰগুপ্ত : হেঁ! শাস্ত্ৰত আছে—দেশ, কাল, পাত্ৰ ভেদে দান-দক্ষিণা কৰিবা। হেঁ? (দৰ্শকক) আপোনালোকে কি কয়? এই দেশৰ মানুহহে ভিক্ষা! ছিঃ ছিঃ ছিঃ তাতে এই নিশা! ছিঃ ছিঃ ছিঃ ইমানবোৰ ৰাইজৰ আগত ছিঃ ছিঃ ছিঃ—

ভিক্ষাৰী : বাবু, আপুনি যদি ভিক্ষা দিবলৈ টান পাইছে, তেন্তে মোৰ ছোৱালীজনী আপোনাৰ ওচৰত বেচিম। তাৰ বিনিময়ত টকা কেইটামান দিয়ক।

চিত্ৰগুপ্ত : হেঁ? ছোৱালী? ছিঃ ছিঃ ছিঃ চিত্ৰগুপ্তই ছোৱালী কিনিব? শাস্ত্ৰত আছে—

ধনীৰাম : আপোনাৰ শাস্ত্ৰ ইয়াত মেলিব নালাগে চিত্ৰগুপ্ত।

চিত্ৰগুপ্ত : নাই, নাই, নাপায়, নাপায়, শাস্ত্ৰক অৱজ্ঞা কৰিব নাপায়। অলপ চৰ্চা কৰি চোৱা তেতিয়াহে জানিবা শাস্ত্ৰৰ মূল।

গাঁওবুঢ়া : আপোনালোকে শাস্ত্ৰ চৰ্চা কৰি বিজ্ঞ হৈ কি কৰিছে সেয়া এই চকুৰেই দেখি আছিছোঁ নহয়।

চিত্ৰগুপ্ত : হেঁ! গাঁওবুঢ়া, আপুনিতো শাস্ত্ৰৰ মৰ্ম এই ডেকাসকলক বুজাই দিব পাৰে। আপুনিয়েই ইয়াত বয়োজেষ্ঠ, তাতে গাৱৰ মুখীয়াল মানুহ। হেঁ! কি কিয়?

গাঁওবুঢ়া : চিত্ৰগুপ্ত, আপুনি ইয়াৰ পৰা যাব পাৰে।

অম্বিকা : অনুমতি নোলোৱাকৈ আপুনি ইয়াত সোমোৱাটো ভাল হোৱা নাই।

চিত্ৰগুপ্ত : ইমানবোৰ ৰাইজৰ প্ৰত্যেকেই নিশ্চয় অনুমতি লৈ ইয়ালৈ অহা নাই?

গাঁওবুঢ়া : সেইয়া, ইমান ৰাইজ যেতিয়া ইয়াত সোমাব পাৰে, আনকি

ভিক্ষাৰীও ইয়াত সোমাব পাৰে, তেতিয়াহ'লে মই সোমোৱাত বাধা কিহৰ ?

ধনীৰাম : আপোনাৰ প্ৰতিটো কথাৰ কৈফিয়ৎ দিবলৈ আমি বাজি নহয়।

চিত্ৰগুপ্ত : নালাগে, নালাগে কোনো কৈফিয়ৎ নালাগে।

গাঁওবুঢ়া : চিত্ৰগুপ্ত, আপুনি সন্মান বচাই ইয়াৰ পৰা যোৱাই ভাল।

চিত্ৰগুপ্ত : হেঁ? সন্মান? ছিঃ ছিঃ ছিঃ শাস্ত্ৰত এবাৰ কথা আছে...

অম্বিকা : (খণ্ডত) চিত্ৰগুপ্ত।

চিত্ৰগুপ্ত : হেঁ।

অম্বিকা : আপুনি ইয়াৰ পৰা যাব নে নাযায় ?

চিত্ৰগুপ্ত : নিশ্চয়, নিশ্চয় যাম, এশবাৰ যাম, হাজাৰ বাৰ যাম—

গাঁওবুঢ়া : তেন্তে যাওক।

চিত্ৰগুপ্ত : তেন্তে যাবই লাগিব। আত্‌চা যোৱাৰ আগতে অহাৰ কথাটো নোকোৱাকৈ গলে ভাল হ'ব ? হেঁ? হেঁ? কি কয় ?

ধনীৰাম : আপোনাৰ আৰু কি কথা থাকিব পাৰে ?

চিত্ৰগুপ্ত : নিশ্চয় কিবা এটা থাকিব লাগিব। নহ'লে জানো মই এনেয়ে আহোঁ? চিত্ৰগুপ্তই কেতিয়াও এনেয়ে সময় নষ্ট নকৰে। শাস্ত্ৰত উল্লেখ আছে

ধনীৰাম : আপোনাৰ শাস্ত্ৰ বন্ধ কৰি কিয় আহিল তাক কওক আৰু ইয়াৰ পৰা যাওক।

চিত্ৰগুপ্ত : হেঁ। এই-ধনদয়াল মহাজনে মোক পঠাইছিল।

গাঁওবুঢ়া : সেই কেৰা - ক'লেও বুজিছোঁ।

চিত্ৰগুপ্ত : মহাজনৰ ট্ৰাকত বোজাই কৰি থোৱা ধানখিনি আপোনালোকৰ ল'ৰাই জব্দ কৰি ৰাখিছে।

অম্বিকা : জানো। আৰু কিবা আছে ?

চিত্ৰগুপ্ত : এইবিলাক কাম, সেইটোৱে আচল কথা।

অম্বিকা : আমি ৰাখিছোঁ।

চিত্ৰগুপ্ত : কিয় বা ৰাখিছে ?

ধনীৰাম : আমাৰ ধান, আমি ৰাখিছোঁ ?

চিত্ৰগুপ্ত : হেঁ? আপোনালোকৰ ধান! ধেমালি কিয় কৰে হে ?

গাঁওবুঢ়া : ধেমালি নহয়।

চিত্ৰগুপ্ত : কিন্তু এইবোৰতো মালিকে কিনি লোৱা ধান।

অম্বিকা : অন্যায় কৰি কিনিছে।

চিত্ৰগুপ্ত : ন্যায়, অন্যায় সেইয়া টকা দিওঁতে আৰু ধান লওঁতে। এতিয়া ইয়াত নহয়।

ধনীৰাম : আমাৰ খেতিয়ক সকলৰ দৰিদ্ৰতাৰ সুবিধা লৈ আপোনালোকে ধানবিলাক সস্তা দামত কিনি মজুত কৰি ৰাখিছে।

গাঁওবুঢ়া : আৰু সেইবিলাকেই আমাৰ টানৰ দিনত আমাক নিদি ট্ৰাকে, ট্ৰাকে বাহিৰলৈ পঠাইছে।

অম্বিকা : আমি বিচাৰিলে নাই বুলি কব আৰু চৰা দামত উলিয়াই দিব। আমাৰ দুখীয়া ৰাইজৰ যেতিয়া সেই ধান লবলৈ টকা নাথাকে তেতিয়া মাটি-বাৰী বন্ধকত লৈ ধান দিয়ে।

ধনীৰাম : আৰু এদিন গৈ সুতে-মূলে আমাৰ মাটি-বাৰিবোৰ আপোনাৰ মালিকে আত্মসাৎ কৰে।

গাঁওবুঢ়া : হেঁ! তুমি! তোমাক?

ভিক্ষাৰী : হয় দন্চিজী, মোৰ সকলো মা-সম্পত্তি আপোনালোকৰ গুৰিতে বাকীত পোত গ'ল।

চিত্ৰগুপ্ত : ধান খাই দিব নোৱাৰিলে আমি কি কৰিম?

ভিক্ষাৰী : সেইবাবেই মোৰ বাকী শেষ সম্বল ছোৱালীজনীকে আপোনালোকক বেচিব লগাইছোঁ।

চিত্ৰগুপ্ত : নাই, নাই সেইবোৰ মই একো নাজানো।

অম্বিকা : তেন্তে আপুনি কি জানে?

চিত্ৰগুপ্ত : চিত্ৰগুপ্তৰ খাতা মেনটেইন্। বাকী লেনদেন মালিকৰ।

ধনীৰাম : তেতিয়াহ'লে আপুনি থাওক, নিশা হ'ল খাতাখন বুকুত লৈ শুই মন্ত্ৰ জপ কৰগৈ।

চিত্ৰগুপ্ত : কিন্তু এইদৰে ট্ৰাকখন জব্দ কৰি ৰখাটো ভাল হোৱা নাই।

গাঁওবুঢ়া : ভালবেয়া আপুনি আমাক শিকাব নালাগে চিত্ৰগুপ্ত ডাঙৰীয়া।

চিত্ৰগুপ্ত : আতচা দেখা যাব কোনে কাক কি শিকায়!

(চিত্ৰগুপ্ত তাৰ পৰা যায় গৈ)

ভিক্ষাৰী : নিশাও ভালেমান হ'ল!

অম্বিকা : ইয়াতিতো ভিক্ষা পোৱা নাযায়।

ধনীৰাম : দেখিলাই নহয় যি সকলে দিব পাৰে, সেইসকলৰ মহিমা।

গাঁওবুঢ়া : আমাৰ ইয়াৰ সকলোৱেই তোমাৰ দৰেই অসহায়।

ভিক্ষাৰী : নিশাটো কিবা এটা কৰি কটাই দিওঁ। পুৱাতো হ'বই।

অম্বিকা : নিশাৰ পাছত পুৱা হ'বই।

গাঁওবুঢ়া : কিন্তু গোটেই নিশা আমি কিদৰে কটাম?

ধনীৰাম : নিশাটো বৰ কদৰ্যভাবে অসহনীয়।

অম্বিকা : আমি এতিয়াই কিবা এটা কৰিব লাগিব।

ধনীৰাম : কৰিবলৈ নাই। ধান ট্ৰাক আমি নিবলৈ নিদিওঁ।

অম্বিকা : এইদৰে মহাজনৰ অন্যায় নিৰবে চাই থাকিব নোৱাৰি।

ভিক্ষাৰী : মহাজনক আপোনালোকে একো কৰিব নোৱাৰে।

গাঁওবুঢ়া : মানে তুমি কি ক'ব বিচাৰিছা ?

ভিক্ষাৰী : মহাজনে ধান আগবেই পৰা এইদৰে পঠায়, এতিয়াও পঠাই আছে।

ধনীৰাম : এতিয়া আক নিবলৈ দিয়া নহয়।

ভিক্ষাৰী : নাই, আশা নাই। মহাজনৰ হাতৰ পৰা ধান বাখিব পৰাৰ আশা নাই ।

( ভিক্ষাৰী তাৰ পৰা যায়। )

গাঁওবুঢ়া : মানুহজন বৰ নিৰাশ হৈ পৰিছে।

সকলোৱে : এৰা।

অম্বিকা : নাই, এইবোৰ কথা ভাবি থাকিলে নহ'ব।

সকলোৱে : এৰা।

ধনীৰাম : এইবোৰ আমাৰ তেজৰ বিনিময়ত উৎপন্ন কৰা ধান ।

অম্বিকা : আমি অবুজনৰ দৰে আছিলো বাবে সিহঁতে ছলে-বলে-কৌশলে আমাৰ তেজ পান কৰি গা বঢ়াইছে।

ধনীৰাম : আমাৰ অজ্ঞতাৰ বাবেই আমাৰ বস্তু আমাৰ পৰা কাঢ়ি লৈ অতপালি কৰিবলৈ আৰম্ভ কৰি দিছে।

গাঁওবুঢ়া : বাইজ! তেতিয়াহ'লে আমি এইটোকে ঠিক কৰিলো যে ধানবোৰ আমাৰ। আমাৰ তেজ। ইয়াক আনক দিয়া নহয়। আমি জানিও নজনাৰ ভাও নধৰোঁ। দেখিও অন্ধ নহওঁ। শুনিও কাণত আঙুলি দি বধিৰ নহওঁ।

অম্বিকা : আমি গৈ ট্ৰাকৰ পৰা সকলো ধান নমাই দিম।

ধনীৰাম : ব'লা, এইবোৰ কাম যিমান পৰা যায় সিমান সোনকালে কৰাই ভাল ।

গাঁওবুঢ়া : তেতিয়াহ'লে বাইজৰ অনুমতি পালে আমি আজিৰ সভা ভঙ্গ বুলি ঘোষণা কৰি, আমাৰ কামত আগুৱাব পাৰোঁ।

( এনেতে ধনদয়াল, ৰচিদ আক চিত্ৰগুপ্ত সোমাই আহে। ৰচিদৰ হাতত গাড়ীৰ হেণ্ডেল। ধনদয়ালে চাৰিওফালে চায়। দৰ্শকলৈ চাই হাঁহি মাৰে। )

ধনদয়াল : বহুত বাইজ! নমস্কাৰ! নমস্কাৰ! শত, শত নমস্কাৰ! চিত্ৰগুপ্ত!

চিত্ৰগুপ্ত : বাবু!

ধনদয়াল : কথা কি ?

চিত্ৰগুপ্ত : বাইজ। সভা। প্ৰস্তাৱ।

ধনদয়াল : হয়নে ? বাক সময়মতে আমাৰ মকত প্ৰৱেশ।

চিত্ৰগুপ্ত : বাবু, চিত্ৰগুপ্তৰ হিচাব। চিত্ৰগুপ্তৰ হিচাব কেতিয়াও ভুল নহয়। বাবু, কথাতে কয় সময়ৰ গুটি সময়ত নিসিঁচিলে ফচল পোৱাৰ আশা কৰা মিছা।

ধনদয়াল : আৰু তোমাৰ শাস্ত্ৰই বা কি কয় ?

চিত্ৰগুপ্ত : বাবু, শাস্ত্ৰইতো বহুত কথাই কয়।

ধনদয়াল : চিত্ৰগুপ্ত, পিছে সকলো দেখোন তলতৈ মূৰ কৰি আছে।

চিত্ৰগুপ্ত : সেইটোৱেইটো আচল কথা। বাবু, শাস্ত্ৰত আছে সৎজনক দেখিলে সম্মিৰণ কৰিবা।

ধনদয়াল : তোমাৰ শাস্ত্ৰত বৰ ভাল ভাল কথা আছে হে চিত্ৰগুপ্ত। ( দৰ্শকক উদ্দেশ্য কৰি ) আপোনালোক নিবৰ হৈ ব'ল যে ?—অ, অ, আপোনালোকৰ সভাৰ কাম কৰি যাওঁক। আমিও অলপ শুনো, কি কোৱাহে চিত্ৰগুপ্ত ?

চিত্ৰগুপ্ত : আপোনাৰ কথা বেদৰ বাইক ।

ধনদয়াল : এইয়া দেখোন আমাৰ অম্বিকা আৰু ধনীৰাম।

চিত্ৰগুপ্ত : আৰু এইয়া আমাৰ গাঁওবুঢ়াও আছে।

ধনদয়াল : হয়নে ? মই মনেই কৰা নাই। গাঁওবুঢ়া ডাঙৰীয়া, আপুনিয়েই হ'ব পায় আজিৰ সভাৰ সভাপতি ? হওঁক, হওঁক, উপযুক্ত মানুহক উপযুক্ত দায়িত্ব দিব লাগে। চিত্ৰগুপ্ত, তোমাৰ শাস্ত্ৰই চাগৈ তাকে কয় নহয়নে ?

চিত্ৰগুপ্ত : হয় বাবু, একেবাৰে আখৰে আখৰে—

ধনদয়াল : চিত্ৰগুপ্ত।

চিত্ৰগুপ্ত : বাবু—

ধনদয়াল : মই, তুমি আৰু বচিদ ড্ৰাইভাৰ ইয়ালৈ অহাৰ বাবে কাৰো কোনো অসুবিধা হোৱা নাইতো ?

চিত্ৰগুপ্ত : বাবু, কথাটো মইও লক্ষ কৰিব পৰা নাই। অৱশ্যে বচিদ ড্ৰাইভাৰ আমাৰ ইয়াতে বচিদ গুণ্ডা বুলিহে জনাজাত। তাতে সি আকৌ হাতত তাৰ ট্ৰাকথনৰ হেণ্ডেলডাল লৈ আহিছে।

ধনদয়াল : সেইডাল মানুহৰ মূৰত লাগিলে ভেজ ওলায় নহয় নে ?

চিত্ৰগুপ্ত : মাজে, মাজে সেইডালে মানুহৰ মুখো চিৰজীৱনৰ কাৰণে বন্ধ কৰি দিয়ে।

ধনদয়াল : গাঁওবুঢ়া, আমি অনুমতি বিনে প্ৰৱেশ কৰাৰ বাবে বেয়া নাপাবতো ?

গাঁওবুঢ়া : আপুনি জানো কেতিয়াবা কাৰোবাৰ অনুমতি সাপেক্ষে কাম কৰিছে ?

ধনদয়াল : হয়নে ! তেতিয়াহ'লে আপুনি মাত মাতিব পাৰে। মই আকৌ ভাবিছিলো আপুনি আজি মৌন ব্ৰতেই ধৰিলে নেকি ?

চিত্ৰগুপ্ত : বাবু, মাত মাতিলেহে সভাপতি হ'ব পাৰে।

অম্বিকা : ইমান দিনেতো মাত নমতাকৈ আছোঁ।

ধনদয়াল : আজি হঠাৎ মাত মাতিবলগা হ'ল কিয় ?

ধনীৰাম : নমতাকৈ থাকিব নোৱাৰা হৈছোঁ।

অম্বিকা : সহ্য কৰাৰো এটা সীমা আছে।

ধনীৰাম : আমাৰ আৰু মুখ বন্ধ নহয়।

ধনদয়াল : মুখ মেলা। চিঞৰা। তোমালোকক কোনে মানা কৰিছে ?

অম্বিকা } ধনীৰাম : (একেলগে খণ্ডত ভাঙৰকৈ কয়) অ' চিঞৰিম্।

(ধনীৰাম আৰু অম্বিকাই চিঞৰাৰ লগে লগেহে ৰচিদে সিহঁতৰ ওচৰলৈ আগবাঢ়ি যায়।)

ধনদয়াল : তোমালোকে তেতিয়াহ'লে চিঞৰিবও পাৰা ?

চিত্ৰগুপ্ত : বাপৰে বাপ ! চিঞৰত মোৰ কানৰ পৰ্দা ফাটি যাওঁ, যাওঁ আৰু বাবু, চিঞৰি শুনি ভয়ত মোৰ জীবটো তালুৱেদি যাওঁ যাওঁ হৈছিল।

ধনদয়াল : ৰচিদ, পিছলৈ আহা। লোহাৰ হেন্দেলৰ ব্যৱহাৰৰ সময় এতিয়াও হোৱা নাই।

(ৰচিদ আগৰ ঠাইলৈ যায়।)

গাঁওবুঢ়া : মহাজন, তুমি আমাৰ ধান বাহিৰলৈ নিব নোৱাৰা।

ধনদয়াল : নিশ্চয়, নিশ্চয় আপোনালোকৰ ধান আমি কিয় বাহিৰলৈ নিম !

অম্বিকা : তেতিয়াহ'লে কিয় আমাৰ ধানখিনি বাহিৰলৈ পঠাবলৈ বিচাৰিছে ?

ধনদয়াল : ক'তা, মইতো তোমালোকৰ ধান নিবলৈ ধৰা নাই।

ধনীৰাম : ট্ৰাকত বোজাই কৰা ধানখিনি তেতিয়াহ'লে কি কৰিব ?

ধনদয়াল : ট্ৰাকত বোজাই কৰা ধান ! তোমালোকৰ ধান ! মানে ?— চিত্ৰগুপ্ত !

চিত্ৰগুপ্ত : বাবু !

ধনদয়াল : কথাটো কি ?

চিত্ৰগুপ্ত : বাবু, কথাটো এইখিনিতে পৰ্য্যাল।

ধনদয়াল : তোমালোকৰ ধানতো মই ট্ৰাকত বোজাই কৰা নাই।

গাঁওবুঢ়া : ট্ৰাকত বোজাই কৰা ধানখিনি তেতিয়াহ'লে কাৰ ?

ধনদয়াল : সেইয়া মোৰ ধান।

অম্বিকা }
ধনীৰাম } : ( একে লগে খণ্ডত চিঞৰি ) সেইয়া আমাৰ ধান।

( ৰচিদ আকৌ সিহঁতৰ ওচৰলৈ তৎক্ষণাৎ আগবাঢ়ি যায়। )

ধনদয়াল : ৰচিদ !

( ধনদয়ালে ৰচিদক আগৰ ঠাইলৈ যাবলৈ ইঙ্গিত দিয়ে। ৰচিদ আগৰ ঠাইলৈ যায়। )

চিত্ৰগুপ্ত : অতিমাত্ৰা সকলোতেই বেয়া।

ধনদয়াল : সেইবোৰ মোৰ মাটিৰ ধান। মই টকা দি কিনা ধান, ইয়াত তোমালোকৰ হকা-বধা কিয় ?

অম্বিকা : হ'লেও এই অভাৱৰ দিনত সেইখিনি ধান বাহিৰলৈ পঠালে ইয়াত কি হ'ব ?

ধনদয়াল : মোৰ ধান, মোৰ যি ইচ্ছা তাকেই কৰিম।

ধনীৰাম : আমি কষ্ট কৰি খেতি কৰা ধানত, আমাৰ মাত মতাৰ অধিকাৰ নাই ?

ধনদয়াল : অধিকাৰ ! কথা দেখিছো বহুত ওপৰত উঠিল।

গাঁওবুঢ়া : আমি সিদ্ধান্ত লৈছো এই ধান আমি বাহিৰলৈ নিবলৈ নিদিওঁ।

ধনদয়াল : গাঁওবুঢ়া, আপোনাৰ সিদ্ধান্ত মতেই জানো ধনদয়ালে সকলো কাম কৰে ?

গাঁওবুঢ়া : এইয়া অকল মোৰ কথাই নহয়।

ধনদয়াল : চিত্ৰগুপ্ত !

চিত্ৰগুপ্ত : বাবু !

ধনদয়াল : গাঁওবুঢ়াৰ ল'ৰা এটাই কলেজত পঢ়ে নহয় ?

চিত্ৰগুপ্ত : হয় বাবু।

ধনদয়াল : কলেজত পঢ়া খৰছ গাঁওবুঢ়াই ক'ৰপৰা বহন কৰে ?

চিত্ৰগুপ্ত : টকা ধাৰে লৈ ল'ৰা পঢ়াইছে।

ধনদয়াল : টকা নিশ্চয় মোৰ পৰাই ধাৰে লৈছে নহয় ?

চিত্ৰগুপ্ত : হয় বাবু।

ধনদয়াল : তাৰ বাবে গাঁওবুঢ়াৰ মাটি-বাৰি মোৰ ওচৰত বন্ধকত আছে নহয়নে ?

চিত্ৰগুপ্ত : থকা ভেটিৰ বাহে সকলোবোৰ।

ধনদয়াল : ঘৰ কি ?

চিত্ৰগুপ্ত : ছমাহৰ নটিছৰ ভিতৰত যদি সকলো ধাৰ পৰিশোধ কৰিব নোৱাৰে তেতিয়াহ'লে সকলো সম্পত্তি আপোনাৰ।

ধনদয়াল : ডাঙৰীয়া, ছমাহৰ ভিতৰত মোৰ ধাৰ পৰিশোধ কৰিব পাৰিবনে ?

গাঁওবুঢ়া : আপনি বাধ্য কৰাই সেই স্বত্বত ৰাজি কৰাইছিল। আপুনি মোৰ অসহায়তাৰ সুবিধা লৈছিল।

ধনদয়াল : ওঁ—সচা কথা। এই ৰাইজৰ আগত আপুনি দেখিছো সচা কথা এটাই ক'লে। তেতিয়াহ'লে মইও সচা কথাই কব লাগিব। শুনক ডাঙৰীয়া, মই ইচ্ছা কৰিলে আপোনাক পথৰ ভিকহু কৰিব পাৰোঁ।

ধনীৰাম : এইয়া অকল গাঁওবুঢ়াৰ সিদ্ধান্ত নহয়। এইয়া আমাৰ ৰাইজৰ সিদ্ধান্ত।

ধনদয়াল : ৰাইজ! এইয়া ৰাইজ নিৰৱ দৰ্শক হৈ বহি আছে। ৰাইজৰ মুখত মাত নাই। ৰাইজে তোমালোকৰ ভাও চাইছে।

চিত্ৰগুপ্ত : বাবু, ধনীৰামে আপোনাৰ মাটিতে আধি খেতি কৰে।

ধনদয়াল : জানো। ধনীৰাম, মোৰ মাটিত যদি তোমাক আধি কৰিবলৈ নিদিওঁ তেতিয়া তোমাৰ বুঢ়া মাৰ-বাপেৰাই দুবেলা দুমুঠি নোখোৱাকৈ স্বৰ্গলৈ যাব লাগিব নহয় ?

ধনীৰাম : মোৰ মাটিকে আপুনি অন্যায় কৰি আত্মসাৎ কৰিলে।

ধনদয়াল : হ'ব, হ'ব। ন্যায়, অন্যায়! চিত্ৰগুপ্ত তোমাৰ লিষ্টত কিমানজন ন্যায়ত চলা যুধিষ্ঠিৰ আছে চোৱাচোন! আৰু তাৰ ভিতৰত আমাৰ ধনীৰামৰ নামটো আছেনে নাই তাকো চোৱা।

চিত্ৰগুপ্ত : বাবু, লিষ্ট চোৱাৰ দৰকাৰ নাই। মোৰ সকলো কণ্ঠস্থ আছে। ধনীৰাম বাবু লিষ্টৰ এক নম্বৰ যুধিষ্ঠিৰ।

ধনদয়াল : আকৌ এখন মহাভাৰতৰ কাৰবাৰ।

চিত্ৰগুপ্ত : আৰু বাবু, মহাভাৰতৰ যেতিয়া যুধিষ্ঠিৰ ভাও লওতা ওলালেই, তেতিয়াহ'লে আপুনি···

ধনদয়াল : মই দুৰ্য্যোধনৰ ভাও লব লাগিব নহয়!

চিত্ৰগুপ্ত : হয় বাবু।

ধনদয়াল : তেতিয়াহ'লে তোমাৰ ভাগত কি ভাও পৰিব ?

চিত্ৰগুপ্ত : কৌৰৱৰ মন্ত্ৰদাতা মামা শকুনি।

ধনদয়াল : তেতিয়াহ'লে তুমি এতিয়া কিবা মন্ত্ৰ দিবা ?

চিত্ৰগুপ্ত : বিনাযুদ্ধে বেজিৰ আগত উঠা মাটিও দিয়া নহয়।

ধনদয়াল : হোঁ, উত্তম! শুনিছাতো ধনীৰাম, বিনাযুদ্ধে বেজিৰ আগত উঠা মাটিও দিয়া নহয়।

চিত্রগুপ্ত : আৰু বাবু, যুদ্ধৰ বাবে আমাৰ সেনাপতি ৰচিদ গুণ্ডা আছেই।

ধনদয়াল : অম্বিকা, তুমি বোধকৰো কিবা কবা।

অম্বিকা : মোৰ নতুনকৈ ক'ব লগা একো নাই।

ধনদয়াল : নতুনকৈ ক'ব নালাগে। পুৰণিটোকেই কোৱা। তোমাৰ মুখৰ পৰাও কিবা এটা শুনিব বিচাৰিছোঁ।

অম্বিকা : ধনীৰাম, গাঁওবুঢ়াকাইহঁতে যি কথা কৈছে সেয়াই মোৰ কথা।

ধনদয়াল : তুমি মোৰ ৰাইচমিলত মিস্ত্রি কাম কৰা। লোহা-লংকৰৰ লগত কাম কৰি তোমাৰ হাতখন বেচ টান হৈ পৰিছে।

চিত্রগুপ্ত : যুদ্ধৰ বাবে সিপক্ষৰ সেনাপতি অম্বিকাই হ'ব পাৰিব।

ধনদয়াল : এবাৰ চেষ্টা এটা চলাই চোৱাচোন অম্বিকা। আমাৰ ৰচিদ ড্রাইভাৰ সাজো আছে।

অম্বিকা : মই ইয়াত যুদ্ধ কৰিবলৈ অহা নাই।

ধনদয়াল : ভয় নকৰিবা। তুমি যুদ্ধত নিহত হ'লে তোমাৰ ভনীয়েৰৰ বিয়াৰ সময়ত মোৰ পৰা লোৱা ধাৰখিনি পৰিশোধৰ বাবে মই তোমাৰ কবৰত তাগাদা নিদিওঁগৈ জানাইতো—মইতো কাবুলি নহয়।

চিত্রগুপ্ত : লাগা, লাগা। আমি কৌৰৱহে, পাণ্ডৱৰ জয় নিশ্চিত।

ধনদয়াল : অম্বিকা, তোমাৰ অবিহনেও মোৰ মিল চলিব।

অম্বিকা : আপুনি আমাক ভয় দেখুৱাইছে?

ধনদয়াল : যদি কওঁ সেয়ে।

গাঁওবুঢ়া : লাভ নহ'ব।

ধনদয়াল : তোমালোকৰ পৰা মই লাভ-লোকচান বিচাৰি অহা নাই।

ধনীৰাম : সেই থান নিবলৈ দিয়া নহ'য়।

ধনদয়াল : কোনে বাধা দিয়ে দেখা যাব। ৰচিদ, তুমি তোমাৰ ট্রাক লৈ যোৱা। যদি কোনোবাই বাধা দিয়ে, তেতিয়া তোমাৰ গাড়ীৰ হেন্দেল ব্যৱহাৰ কৰিবা আৰু যদি কোনোবাই গাড়ী আগভেটি ধৰে, তেতিয়া সিহঁতৰ গাৰ ওপৰেদি চকা চলাই দিবা। বাকী পাছত মই আছোঁ। গাঁওবুঢ়া, মই ইচ্ছা কৰিলে আপোনাৰ মুখৰ পাগ খুলি; আপোনাৰ নিজৰ ভৰিৰে গকোই আকৌ মুখত দিয়াব পাৰোঁ। কিন্তু নকৰোঁ। ধনীৰাম আৰু অম্বিকা, তোমালোকৰ সকলো সংস্থানৰ

পথ মই বন্ধ কৰি দিব পাৰোঁ। কিন্তু মই তইঁতৰ ওপৰত দয়া কৰিছোঁ।

( এনেতে ভিক্ষাৰীজন সোমাই আহে। )

ভিক্ষাৰী : ( ধনদয়ালক ) বাবু, মোক দয়া কৰক।

ধনদয়াল : কোন তই ?

চিত্ৰগুপ্ত : ছিঃ ছিঃ ছিঃ ই আকৌ ওলাল !

ভিক্ষাৰী : বাবু, মই সকলো হেৰুৱালো। ভিক্ষাৰী। মোক ভিক্ষা অলপ দিয়ক।

ধনদয়াল : তই সকলো হেৰুৱাই মোৰ ওচৰলৈ মোৰ ওচৰলৈ আহিছ ? মই ভিক্ষা দিব লাগে ?

ভিক্ষাৰী : বাবু, আপুনিয়েই মোৰ এই সৰ্বনাশ কৰিলে।

ধনদয়াল : কি ? ( ভিক্ষাৰীক ভালদৰে চায় )-অ' তই !

ভিক্ষাৰী : বাবু, ইয়াত থকা প্ৰতিজনৰ ওচৰত ভিক্ষাৰ পাত্ৰ আগবঢ়ালোঁ। নাই, কোনেও ভিক্ষা নিদিলে। আপুনি ধনী মানুহ বাবু, এগাল নালাগে যি পাৰে তাকে দিয়ক।

চিত্ৰগুপ্ত : হেঁ ! ধনী মানুহ হ'ল বুলিয়েই ভিক্ষা দিব লাগে বুলি কোন শাস্ত্ৰত আছে হে ?

ভিক্ষাৰী : এনেয়ে দিব নালাগে বাবু, মোৰ ছোৱালীজনী বেচিম।

ধনদয়াল : ছোৱালী !

চিত্ৰগুপ্ত : ছিঃ ছিঃ ছিঃ আকৌ ছোৱালী বিক্ৰীৰ কথা।

ধনদয়াল : অ' তেতিয়াহ'লে তুমি ছোৱালী বিক্ৰী কৰিবা ? কিমান দাম ?

ভিক্ষাৰী : বাবু, যি দিয়ে।

ধনদয়াল : এহেজাৰ—

ভিক্ষাৰী : বাবু !

ধনদয়াল : পাঁচশ—

ভিক্ষাৰী : বাবু !

ধনদয়াল : এশ, পঞ্চাশ, দহ, পাঁচ, এটকা—

ভিক্ষাৰী : বাবু, আপুনি যি দিয়ে।

ধনদয়াল : বচিদ, ইয়াক টকা লাগে।

( বচিদে ভিক্ষাৰীৰ ওচৰলৈ গৈ যাবে। )

ভিক্ষাৰী : বাবু, মোক নামাৰিব বাবু। মোক একো নালাগে। মোক একো নালাগে।

( ভিক্ষাৰী গৈ ধনদয়ালৰ ভৰিত ধৰে। )

ধনদয়াল : একো নালাগে ! গাঁওবুঢ়া, আপোনালোককো যদি কিবা লাগে

ক'ব। ধনীৰাম, অম্বিকা, তোমালোকেও নিশ্চয় সকলো গম পাইছা। চিত্রগুপ্ত, বচিদ বলা যাওঁ।

( ধনদয়াল কোবেৰে যায়গৈ। )

চিত্রগুপ্ত : ছিঃ ছিঃ ছিঃ মিছাই মাৰ খালে! ছোৱালী বেচি টকা ঘটে। ইমান লোভ কৰিব নাপায়। শাস্ত্রত আছে লোভেই পাপ, পাপেই মৃত্যু। বচিদ ব'লা যাওঁ।

( চিত্রগুপ্ত যায়। বচিদ যাবলৈ ধৰোঁতেই সূত্রধাৰ সোমাই আহে। )

সূত্রধাৰ : ৰ'বা বচিদ! ( বচিদ ৰয় ) আমাৰ নাটক এতিয়া শেষ হোৱা নাই। আচল নাটক এইখিনিৰ পৰাই আৰম্ভ হ'ব।

ভিক্ষাৰী : কোন তুমি?

সূত্রধাৰ : মই তোমালোকৰ মাজৰ এজন। মই, তুমি, এওঁ, ৰাম, শ্যাম, যদু, মধু আৰু বহুতৰে এজন।

অম্বিকা : তোমাক কি লাগে?

সূত্রধাৰ। তোমালোকৰ, বাইজৰ যিটো প্রয়োজন সেইটো মোৰো প্রয়োজন।

ধনীৰাম : তুমি ক'ৰপৰা আহিছা?

সূত্রধাৰ : প্রেক্ষাগৃহৰ পৰা। সৌ পিছত দৰ্শক হৈ সকলো চাই আছিলোঁ। সহ্য কৰিব নোৱাৰি দৰ্শকৰ এজন হৈ মই মঞ্চলৈ উঠি আহিছোঁ।

গাঁওবুঢ়া : বহুত দেৰি হৈ গ'ল।

সূত্রধাৰ : নাই হোৱা। এতিয়াও বহুত সময় আছে। ( দৰ্শকক ) দৰ্শক-সকল! আপোনালোকে এইয়া নাটকৰ শীৰ্ষবিন্দু বুলি ভাবিছে! আচলতে, প্রকৃত নাটকখন এতিয়াও আৰম্ভ হোৱা নাই। আপোনালোক, আমি সকলোৱে সুন্দৰ ভাও কৰি আছোঁ। এতিয়া আৰু ভাও এৰিবৰ হ'ল। এবাৰ দৰ্শকৰ ভাও এৰি বাস্তৱ মানুহজন হওঁক। ৰাম, শ্যাম, যদু, মধুৰ এজন হওঁক। বচিদ, তুমিও ভাবি চোৱা ধনদয়াল তোমাৰ অনুগ্রহত ওপৰত জী আছে, সেই ধনদয়ালৰ অনুগ্রহ তুমি বিচাৰিছ কিয়? এবাৰ মাত মাতা বচিদ। ধনীৰাম, অম্বিকা, গাঁওবুঢ়া, আমি সকলো আছোঁ। মাত্র তুমি আমাৰ মাজলৈ আহা। তুমি অন্ধ, বধিৰ নহবা। সচাঁকৈ এবাৰ ভালদৰে চোৱা। তুমি—ৰাম, শ্যাম, যদু, মধুৰ দৰে এজন সচা মানুহ হ'বলৈ চেষ্টা কৰা!

বচিদ : নাই! বচিদে নিমখ খাই নিমখ-হাৰামি কৰিব নাজানে।

সূত্রধাৰ : সেইয়া, তুমি মাতিছা!

বচিদ : মই বেইমানি নকৰোঁ। মই গৰীব হ'ব পাৰো, কিন্তু বেইমান নহয়।

সূত্রধাৰ : তুমিতো বেইমান হ'ব নালাগে।

বচিদ : মালিকৰ হুকুম বান্দাই সদায়ে হক ইনচাফত তামিল কৰি আহিছোঁ।

সূত্ৰধাৰ : তুমিতো সদায় ইন্‌চাফত চলিছা, কিন্তু মালিকে তোমালোকক কি ইন্‌চাফ কৰিছে ? ধনীৰাম, অম্বিকা তোমাৰ ভাই-ককাইৰে এজন নহয় জানো ?

বচিদ : হয়।

সূত্ৰধাৰ : এওঁ (ভিক্ষাৰীক), গাঁওবুঢ়া তোমাৰ বাবাৰাৰ দৰে জানোএজন নহয়?

বচিদ : হয়।

সূত্ৰধাৰ : তেতিয়াহ'লে এওঁলোকক বেইমানি কৰা মানে তোমাক বেইমানি কৰা জানো নহয় ?

বচিদ : মোক আৰু একো নকবা।

সূত্ৰধাৰ : ক'ম, তোমাক বহুত কথা ক'ব লগা আছে।

বচিদ : মই শুনিব নিবিচাৰোঁ।

সূত্ৰধাৰ : শুনিব লাগিব।

ভিক্ষাৰী : লাভ নহ'ব ডেকা, লাভ নহ'ব।

গাঁওবুঢ়া : আমি সিহঁতক একো কৰিব নোৱাৰিলোঁ।

সূত্ৰধাৰ : পাৰিবা।

অম্বিকা : কি দৰে ?

সূত্ৰধাৰ : ( অম্বিকাক ) তুমি এজন মিস্ত্ৰি ?

অম্বিকা : হয়।

সূত্ৰধাৰ : ( ধনীৰামক ) তুমি এজন খেতিয়ক ?

ধনীৰাম : হয়।

সূত্ৰধাৰ : ( বচিদক ) তুমি এজন ড্ৰাইভাৰ ?

বচিদ : অ'।

সূত্ৰধাৰ : ( অম্বিকাক ) মিস্ত্ৰি, তুমি লোহাৰ দৰে মন টান কৰা। দেখিবা তোমালোকে নোৱাৰা কামবোৰ কৰিব পাৰিছা।

ধনীৰাম : আমি যে অকলশৰীয়া।

সূত্ৰধাৰ : নহয়। আমি সকলো এক। ( ধনীৰামক ) তোমাৰ হাতৰ ধান কটা কাঁচিলৈ ধনদয়ালে ভয় কৰে। ( অম্বিকাক ) তোমাৰ হাতৰ লোহাৰ হাতুৰিকো সিহঁতে ভয় কৰে, কিন্তু তোমা-লোকে ভয় কৰা তাৰ টকাক ; তাক নহয়। ( বচিদক ) তুমি এই হেণ্ডেল হাতত লৈ সদায় তোমাৰ মালিকৰ ৰখিয়া হৈ আহিছা। যি হেণ্ডেলৰ আশ্ৰয়ত ধনদয়াল আছে, সেইজান যদি দৰিদ্ৰ বাইজৰ আশ্ৰয়ৰ বাবে খটোৱা হয়, তেতিয়া ধন-দয়ালহঁত আতঙ্কত চিঞৰি উঠিব।

বচিদ ঃ এইবোৰ সকলো অন্যায়।

সূত্ৰধাৰ : (ধনীৰামক উদ্দেশ্য কৰি) এওঁ, এওঁৰ বন্ধকী মাটিতে তোমাৰ মালিকৰ নামত আধি খাই আছে। তাকো পৰিশ্ৰমৰ উপযুক্ত পাৰিশ্ৰমিক দিয়া নাই। এইয়া জানো অন্যায় নহয়? (অম্বিকাক উদ্দেশ্য কৰি) এওঁ তোমাৰ মালিকৰ মিলত কাম কৰে। মালিক হিচাপে এজন বনোৱাৰ ভনীয়েকৰ বিয়াত কিছু টকা-পইচা দি সহায় কৰাটো মালিকৰ দায়িত্ব। কিন্তু তাকে নকৰি ধাৰত টকা দি সেই টকাৰ ওপৰত সুতলৈ আৰু তাকে এওঁক ভয় দেখুৱাই সুবিধা আদায় কৰিছে। এইয়া জানো অন্যায় নহয়? (ভিক্ষাৰীক উদ্দেশ্য কৰি) এইজনৰ সকলো আত্মসাৎ কৰি তোমাৰ মালিকে এওঁক পথৰ ভিকহু কৰিলে। গাঁওবুঢ়াও আজি নহয় কালিলৈ পথলৈ ওলাই যাব কান্ধত ভিক্ষাৰ জোলোঙালৈ—এইবোৰ জানো অন্যায় নহয়?

বচিদ : কিন্তু মালিকে মোক কোনো অন্যায় কৰা নাই।

সূত্ৰধাৰ : যিখিনি ধান ইয়াৰ পৰা নিবলৈ বিচাৰিছে সেইয়া জানো তোমাৰ ভাই-ককাইৰ মাটিৰ ধান নহয়?

বচিদ ঃ হয়।

সূত্ৰধাৰ ঃ আজি অভাৱৰ দিনত সেইবোৰ ধান তোমাৰ ভাই-ককাই সকলক খাবলৈ নিদি বাহিৰলৈ পঠাবলৈ ধৰিছে, সেইয়া জানো অন্যায় নহয়?

বচিদ ঃ হয়।

সূত্ৰধাৰ ঃ ট্ৰাক চলাবলৈ বাইজে বাধা দিলে, তোমাক তোমাৰ মালিকে কি কৰিবলৈ আদেশ দিছে?

বচিদ ঃ হেন্দেল ব্যৱহাৰ কৰিবলৈ।

সূত্ৰধাৰ ঃ মানে সেই সকলক তুমি জখম কৰিবা। এই নিৰীহ মানুহক হেন্দেলেৰে মাৰিলে তোমাৰ জানো পাপ নহ'ব?

বচিদ ঃ হ'ব।

সূত্ৰধাৰ : পাপৰ ভাগ জানো তোমাৰ মালিকে ল'ব?

বচিদ ঃ ক'ব নোৱাৰোঁ।

সূত্ৰধাৰ ঃ নলয়। গাড়ী আগছি ধৰা মানুহৰ ওপৰেদি গাড়ীৰ চকা চলাবলৈ আদেশ দিছে। মানে তুমি মানুহক হত্যা কৰিব লাগিব। তুমি এজন হত্যাকাৰী।

বচিদ ঃ নাই, নহয়। মই হত্যাকাৰী নহয়।

সূত্ৰধাৰ ঃ অ' মোক বাধ্য কৰাইছে।

সূত্ৰধাৰ : কিন্তু কিয় ? তুমি গাড়ী চলাইছা, শ্ৰম কৰিছা। তাৰ বিনিময়ত তুমি প্ৰাপ্য বিচাৰিছা। আন কাম কৰিবলৈ যাব লাগে কিয় ? এইয়া জানো তোমাৰ মালিকৰ অন্যায় নহয় ?

বচিদ : অন্যায় !

সূত্ৰধাৰ : অ'মৰ্দা, ধনীৰাম আৰু তোমাক পৰিশ্ৰমৰ বিনিময়ত উপযুক্ত পাৰিশ্ৰমিক দিব কি ; তোমালোকৰ দৰিদ্ৰতাৰ সুবিধা লৈ তোমালোকক সেইতৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিছে। সেইয়া সিহঁতৰ কি ?

বচিদ : অন্যায়।

সূত্ৰধাৰ : এওঁৰ ( ভিক্ষাৰীক উদ্দেশ্যে কাৰ ) আৰু গাঁওবুঢ়াৰ ( গাঁওবুঢ়াক উদ্দেশ্য কৰি ) দৰিদ্ৰতাৰ সুবিধা লৈ তেখেতসকলৰ সম্পত্তি আত্মসাৎ কৰাতো জানো অন্যায় নহয় ?

বচিদ : হয়, অন্যায় !

সূত্ৰধাৰ : সিহঁতে হাজাৰটা অন্যায় কৰিব পাৰে, অথচ আমি বিবেকেৰে ন্যায় বুলিও জানিও, সিহঁতৰ টকালৈ ভয় কৰি অন্যায় বুলি পিছ হোহোকিছোঁ।

গাঁওবুঢ়া : আমি এতিয়া কি কৰিম ?

সূত্ৰধাৰ : যুঁজিব লাগিব।

গাঁওবুঢ় : আমাৰ যে শক্তি নাই।

সূত্ৰধাৰ : আমাৰ শক্তি, আমাৰ একতা। অলপ আগতে ধনদয়ালে এজনক গালি পাৰিলে বাকী কেইজনে তললৈ মূৰকৰি থাকিলে। এইজনক (ভিক্ষাৰীক) গতামাৰি পেলালে আৰু বচিদক আদেশদিলে, তামিল কৰিলে এটা ভিতৰৰ দৰে ; এটা কুকুৰৰ দৰে, এটা দুৰ্বলী মানুহক মাৰি।

বচিদ : বন্ধ কৰক !

সূত্ৰধাৰ : এইটোত লাজ পাই লাভ নাই বচিদ! লাজ পাবলগা আৰু বহুত কথা আছে। তুমি এওঁক ( ভিক্ষাৰীক দেখুৱায় ) মাৰিলা আৰু তোমালোকে ( বাকীবোৰক কয়। ) তললৈ মূৰ কৰি থাকিল।

আৰ্ষিকা : বচিদৰ লগত আমি যুঁজিব নোৱাৰোঁ।

সূত্ৰধাৰ : তোমালোক সকলো একেলগে হোৱহলে এজন বচিদে কি কৰিব পাৰিলেহেঁতেন ? এতিয়াও সময় আছে। তুমি ( ধনীৰামক ), যিখন হাতেৰে ; যিখন কাঁচিৰে ধান কাটি নিজক বচাইছা, সেইখন হাতেৰে, সেইখন কাঁচিৰে তোমাৰ গাঁৱৰ মানুহক বচোৱা, গাঁৱক-

ৰচোৱা ; দেশক ৰচোৱা। তোমাৰ কাঁচিত আজি এটা নতুন ধাৰ উঠিছে। তুমি ( অম্বিকাক ), হাতুৰিৰ কোবত লোহা চেপেটা কৰি জীৱন সংগ্ৰাম কৰিছা ! এইবাৰ শত্ৰু বিনাশ কৰি তোমাৰ গাঁওখন ৰক্ষা কৰিবলৈ, গাঁওৰ মানুহক ৰক্ষা কৰিবলৈ ; দেশখন ৰক্ষা কৰিবলৈ সংগ্ৰাম কৰা। তোমাৰ হাতুৰিয়ে নতুন শক্তি পাইছে। গাঁওবুঢ়াকাই আপোনাৰ আদেশ, পৰামৰ্শ মানুহৰ দেশৰ হিত সাধনত ব্যৱহাৰ কৰক। আপোনাৰ মূৰৰ পাগৰ সন্মান আছে। যি পাগ ধনদয়ালে অপমান কৰিলে, সেই পাগকে ধনদয়ালহঁতৰ ডিঙিত ওলমাই সিহঁতক বিনাশ কৰক। এইটো মনত ৰাখিব, অলপ আগতে আপোনালোকেই কৈছিল ; এই ধান, আমাৰ ধান। এইবোৰ আমাৰ তেজ। ইয়াক আনক দিয়া নহয়। আমি জানি নজনাৰ ভাওঁ নধৰোঁ। দেখিও অন্ধ নহওঁ। শুনি. কাণত আঙুলি দি বধিৰ নহওঁ।

ধনীৰাম : ঠিকেই, আমি বধিৰ নহওঁ। আমি অন্ধ নহওঁ।

অম্বিকা : আমি আৰু নজনাৰ ভাও নধৰোঁ।

গাঁওবুঢ়া : আমি আমাৰ প্ৰাপ্য আদায় কৰি লব লাগিব।

ভিক্ষাৰী : নহ লে আমাৰ নিস্তাৰ নাই। সকলো সৰ্বহাৰা হ'ব লাগিব। সকলো পথৰ ভিকহু হ'ব লাগিব।

সূত্ৰধাৰ : ৰাইজ ! আপোনালোক নিৰৱ দৰ্শক হলে নহ'ব। এই জনতাৰ মাজত জনতাৰ আদালত পাতক আৰু দেশৰ শত্ৰু ধনদয়ালহঁতক শাস্তি দিয়ক। এইদৰে সভা পাতি বিপ্লৱ, বিপ্লৱ বুলি চিঞৰিলেই নহয়। বৌদ্ধিক চিন্তাৰে লিখা এটা বিপ্লৱী কবিতা বা গল্প পঢ়িলেই অথবা এখন বিপ্লৱী নাটকৰ অভিনয় চালেই দেশত বিপ্লৱ নাহে। আমাৰ সৃষ্টি, আমাৰ কৰ্ত্তব্য, আমাৰ কৰ্ম জনতামুখী হ'ব লাগিব। হাতত কাঁচিৰে ধনীৰাম খেতিয়ক ওলাই আহিছে। হাতত হাতুৰিৰে অম্বিকা মিস্ত্ৰি আহিছে দেশখনক ৰক্ষা কৰিবলৈ। ৰাম, শ্যাম, যদু, মধু আৰু বহুতো ওলাই আহিব লাগিব। আমাৰ দেশ-খনক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিব লাগিব। এজন ধনীৰাম, বা অম্বিকাই অকলে একো কৰিব নোৱাৰে। এজন সাহিত্যিক, এজন ৰাজনীতিজ্ঞ, এজন শিল্পীয়ে এককভাৱে একো কৰিব নোৱাৰে। ৰাইজৰ সহযোগিতাৰ অবিহনে সকলো পণ্ডশ্ৰম। আমাৰ পৰিবৰ্তনৰ বাবে, নতুনৰ সৃষ্টিৰ বাবে আপোনালোক ওলাই আহক। খেতিয়ক, মিস্ত্ৰি, মনোৰমা, সাহিত্যিক-শিল্পী, ধনীৰাম, অম্বিকা, গৌতম, কমল আৰু··· ( এনেতে চিত্ৰপট সোমাই আহে। )

চিত্ৰগুপ্ত : হেঁ ? বচিদ, তুমি এতিয়াও বৈ আছা ? (সূত্ৰধাৰক) হেঁ ! এওঁ আকৌ কোন ?

সূত্ৰধাৰ : মানুহ ।

চিত্ৰগুপ্ত : হেঁ ! মানুহ !

গাঁওবুঢ়া : (চিত্ৰগুপ্তক) তুমি আকৌ ইয়ালৈ কিয় আহিছা ?

চিত্ৰগুপ্ত : মই বচিদক মাতিব আহিছোঁ ।

অম্বিকা : বচিদ ইয়াৰ পৰা নাযায় ।

চিত্ৰগুপ্ত : হেঁ ? কি কোৱা হে ? বচিদক আমাক লাগে ।

ধনীৰাম : বচিদ আমাৰ মানুহ ।

চিত্ৰগুপ্ত : হেঁ ! মালিক কিন্তু এতিয়া আকৌ আহিব ।

ভিক্ষাৰী : লাভ নহ'ব মুন্‌চিজী ।

চিত্ৰগুপ্ত : হেঁ ! হেঁ ! (সূত্ৰধাৰক) হেৰা মানুহ, এইবোৰ কি কথাহে ?

সূত্ৰধাৰ : বচিদ আমাৰ মানুহ, আমাৰ লগত থাকিব ।

চিত্ৰগুপ্ত : হেঁ ! কিহে বচিদ, এই সকলে কোৱা কথাবোৰ সচানেকি ?

বচিদ : সঁচা ।

চিত্ৰগুপ্ত : হেঁ ! কিন্তু মনত ৰাখিবা কথা ভাল নহ'ব । মালিকৰ নিমখ খাই, নিমখ হাৰামী কৰিলে…

বচিদ : (খঙত) চুপ !

চিত্ৰগুপ্ত : হেঁ ! মোক ধমক দিলে কি হ'ব ? শাস্ত্ৰত আছে…

বচিদ : (খঙত) তোমাৰ শাস্ত্ৰ বন্ধ কৰা !

চিত্ৰগুপ্ত : বন্ধ ! বন্ধ কৰিছোঁ, ভগৱান পৰিত্ৰাণ কৰা ।

(এনেতে ধনদয়াল আহে ।)

চিত্ৰগুপ্ত : হেঁ ! মালিক ! মালিক এইয়া বচিদ ।

ধনদয়াল : কি হ'ল ? (সকলোকে চায় ।) হোঁ কথা দেখিছোঁ ইকাল সিকাল হৈছে । চিত্ৰগুপ্ত !

চিত্ৰগুপ্ত : বাবু, একেবাৰে ইকাল সিকাল ।

ধনদয়াল : মোৰ ওচৰত সকলোৱে তলমূৰ !

চিত্ৰগুপ্ত : এতিয়া বঙা চকু !

ধনদয়াল : দেখা যাব । (বচিদক) বলা বচিদ ! তোমাৰ বহুত কাম আছে । (বচিদে তলমূৰ কৰে ।) কি হ'ল ? তললৈ মূৰ কৰিছা কিয় ? অ' তুমি মোক ইমান দিনে চিনে নাপালা ! (ধনদয়ালে এবাৰ চাৰিওফালে সকলোকে চায় । খঙত বচিদৰ ওচৰলৈ যায় ।) বলা বচিদ ! বলা ! বচিদ ! (ধনদয়ালে খঙত বচিদক চৰ এটা মাৰে ।)

বচিব ঃ (খঙত) মালিক!

(বচিৰে ঘণ্ডেৰে ধনদয়ালক গতা মাৰি দিয়ে। ধনদয়াল মাটিত পৰি যায়।)

চিত্ৰগুপ্ত : (ভয়ত) বাপৰে বাপ! মালিকক একেবাৰে চিং খোৱাই পেলালে!

(চিত্ৰগুপ্তই ভয়তে পেপুৱা লাগে।)

সূত্ৰধাৰ : এয়াই উপযুক্ত শাস্তি নহয়।

(সূত্ৰধাৰে ধনদয়ালক দাড়ি লৈ চৰ মাৰে। ধনদয়াল অম্বিকাৰ ভৰিত পৰে।)

অম্বিকা ঃ মোৰ হাত হাতুৰি মাৰি মাৰি লোহাৰ দৰে মজবুত হৈছে। কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ কৰোঁ।

(অম্বিকাইও ধনদয়ালক দাড়ি ধৰি চৰ মাৰে। ধনীৰামৰ ভৰিৰ ওচৰত পৰে।)

ধনীৰাম : আমাৰ প্ৰাপ্য কিমান দিন আত্মসাৎ কৰিবা ?

(ধনীৰামে ধনদয়ালক মাৰিবলৈ আগবাঢ়ে। ধনদয়াল ভয়তে গাঁওবুঢ়াৰ ওচৰলৈ যায়।)

ধনদয়াল : গাঁওবুঢ়া, মোক ৰক্ষা কৰা!

গাঁওবুঢ়া : মোৰ মূৰৰ পাগ ভৰিৰে গছকিবলৈ নোৱাৰি, মোৰ ভৰিত পৰিছা ? (খঙত) তইঁতক ক্ষমা কৰা পাপ!

(গাঁওবুঢ়াই খঙত ধনদয়ালৰ ওচৰলৈ যায়। ধনদয়াল ভয়ত ভিক্ষাৰী ওচৰলৈ যায়।)

ভিক্ষাৰী ঃ বাবু, একেবাৰে যমৰ দৰে সিহঁতে আপোনাক মাৰি, মাৰি মোৰ ভৰিত পেলালে! অলপ আগতে আপুনিও মোক মাৰিছিল, মৰোৱাইছিল। এতিয়া গম পাইছেনে মাৰ খালে কিমান কষ্ট হয় ?

ধনদয়াল : (ভয়ত) তুমি মোক নামাৰিবা! (ভিকাৰীজনৰ ভিক্ষাৰ পাত্ৰটো হাতত লয়।) এইয়া তোমাৰ ওচৰত ক্ষমা ভিক্ষা বিচাৰিছোঁ।

ভিক্ষাৰী ঃ ভিক্ষাৰীৰ ওচৰত আকৌ ভিক্ষা ?

ধনদয়াল ঃ (ভয়ত) তোমালোকে মোক মাৰি নেপেলাবা! মোক একো নালাগে, মোৰ সকলোবোৰ তোমালোকে লোৱা। হয়, হয় মই অন্যায় কৰিছিলোঁ। মই স্বীকাৰ কৰিছোঁ। মোক নামাৰিবা, তোমালোকে মোক মাত্ৰ জীৱন ভিক্ষা দিয়া।

সূত্ৰধাৰ : অপূৰ্ব অভিনয় কৰিছা ধনদয়াল!

ধনদয়াল : মই অভিনয় কৰা নাই।

সকলোৱে : মোক মাত্ৰ জীৱন ভিক্ষা দিয়া। এইয়া মই ভিক্ষাৰ পাত্ৰ হাতত লৈছোঁ। তোমালোকৰ ওচৰত, মোৰ জীৱনৰ ভিক্ষা বিচাৰিছোঁ।

( ভয়ে ভয়ে সকলোৱে ওচৰত ধনদয়ালে ভিক্ষা বিচাৰে। ).

সূত্ৰধাৰ : বাইজ! কোনে জানে আকৌ কি নাটক আৰম্ভ হয়? ধনদয়ালে এইয়া বা কি অভিনয় কৰিছে? আপোনালোকে অভিনয় চাই সকলো পাহাৰি থাকোতে সি আমাৰ মাজৰপৰা পলাই যাব পাৰে। আজি আমি এক হোৱাৰ বাবে এজন ধনদয়ালে হাৰ মানি হাতত ভিক্ষাৰপাত্ৰ লৈছে। কিন্তু মনত ৰাখিব, আমাৰ মাজত আৰু বহুত ধনদয়াল আছে। ইয়াত, তাত আমাৰ সকলোৰে কাষে, কাষে ধনদয়াল লুকাই আছে। সিহঁতক বিচাৰি উলিয়াই শাস্তি দিব লাগিব। সিহঁতে বুজক, মানুহ অকল সিহঁতেই নহয়, আৰু মানুহ আছে। মানুহ আমি। আপুনি, আপুনি, এওঁ, এওঁ, মই, ৰাম, ৰহিম, গৌতম, কুসুম আৰু বহুত। ধনদয়ালহঁতৰ বিচাৰ কৰিম আমি। আমাৰ জনতাৰ আদালতত। সিহঁতক আমি কঠোৰ শাস্তি দিম।

( ইতিমধ্যে কোনেও কবনোৱাবাকৈ ধনদয়ালে পলাবলৈ চেষ্টা কৰে। )

সকলোৱে : ধৰ, ধৰ, পলাল—

( সকলোৱে ধনদয়ালক আগুৰি ধৰে। )

———

চৰিত্ৰ লিপি ঃ

১। মিস্ত্ৰি—( ডেকা ল'ৰা )।
২। বাবা—( বুঢ়া মানুহ )।
৩। প্ৰথম প্ৰতিনিধি— ( ডেকা ল'ৰা )।
৪। দ্বিতীয় প্ৰতিনিধি— ( „ „ )।
৫। তৃতীয় প্ৰতিনিধি— ( „ „ )।
৬। চতুৰ্থ প্ৰতিনিধি— ( „ „ )।
৭। বিত্তশীল— ( আদহীয়া লোক )।
৮। নাচনী— ( যুৱতী )।

(মঞ্চৰ পশ্চাদপটৰ ওচৰত থাকিব চাৰিজন ডেকা ল'ৰা। মঞ্চৰ সম্মুখ ভাগত থাকিব 'কফিন' বাকচ বনোৱা এজন ডেকা মিস্ত্ৰি আৰু এজন বুঢ়ালোক।

আৱশ্যকীয় সামগ্ৰী ঃ

ডেকা কেইজনৰ হাতত থাকিব এডাল জখলা, মিস্ত্ৰিৰ হাতত থাকিব হাতুৰি, বটালি আদি আৰু ওচৰত এটা আধা বনোৱা কফিন বাকচ, বুঢ়াৰ হাতত লাখুটি।

মন কৰিবলগীয়া ঃ

নাটকত—ডেকাকেইজনৰ নাম হ'ব ক্ৰমে প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ। ডেকা মিস্ত্ৰিজনৰ নাম হ'ব 'মিস্ত্ৰি' আৰু বুঢ়াৰ নাম হ'ব 'বাবা'।

প্ৰতিনিধি কেইজন মঞ্চৰ বাঁও ফালে, মিস্ত্ৰি আৰু বাবা মঞ্চৰ সোঁ ফালে থাকিব। প্ৰতিনিধি কেইজনে জখলাত বগোৱাৰ পৰিকল্পনা কৰিছে। মিস্ত্ৰিজনে বিশেষ এটা কফিন বাকচ বনোৱাত ব্যস্ত, মিস্ত্ৰিৰ কাষত বাবা থাকিব।

মিস্ত্ৰি আৰু বাবাৰ সংলাপ চলি থকাৰ সময়ত প্ৰতিনিধি চাৰিজন শিলৰ মূৰ্তিৰ দৰে স্থিৰ হৈ থাকিব।)

বাবা ঃ বাপ, এবাৰ ভালদৰে চিন্তা কৰি চা।

মিস্ত্ৰি ঃ (নিমাত, নিজৰ কামত ব্যস্ত।)

বাবা ঃ মোৰ দোহাই, মোৰ কথাত কান দে।

মিস্ত্ৰি ঃ (আগৰদৰেই নিজৰ কামত ব্যস্ত।)

বাবা ঃ মূল্যৰ কথা তই ভাবিব নালাগে, যিমান লাগে সিমান মূল্য তই পাবি।

মিস্ত্ৰি ঃ (প্ৰায় খঙত) বাবা, কি মূল্যৰ কথা কৈছে ?

বাবা ঃ এই কফিন বাকচটোৰ মূল্যৰ কথা কৈছোঁ।

মিস্ত্ৰি ঃ এইটোৰ মূল্য !

বাবা ঃ বহুত টকা পাবি। বহুত টকা…

মিস্ত্ৰি ঃ টকা, টকা, কেৱল টকা ! টকাৰ সপোন দেখি আপোনালোকে বিভোৰ হৈ আছে।

বাবা ঃ তেন্তে আৰু কি লাগে ?

মিস্ত্রি : মোক একো নালাগে।

বাবা : কিন্তু…

মিস্ত্রি : এইটো মই কোনো পধ্যেই বিক্রী কৰিব নোৱাৰোঁ।

(লগে লগে প্ৰতিনিধি কেইজনে কোঢ়াল কৰিবলৈ আৰম্ভ কৰে। প্ৰতিনিধিসকলৰ সংলাপ আৰু অঙ্গী-ভঙ্গী আৰম্ভ হোৱাৰ লগে লগে মিস্ত্রি আৰু বাবা শিলৰ মূৰ্তিৰ দৰে স্থিৰ হৈ থাকিব।)

প্ৰথম : অ' অলপ বগাই যা…

দ্বিতীয় : চিন্তা নকৰিবি…

তৃতীয় : আমি আছোঁ…

চতুৰ্থ : অ' অ' মই বগাইছোঁ, তহঁতে খালি ভালকৈ ধৰিবি।

প্ৰথম : ভয় নাই…

দ্বিতীয় : বগাই থাক…

তৃতীয় : আমি আছোঁ।

চতুৰ্থ : অ' ঠিক আছে।

প্ৰথম : আৰু অলপ…

দ্বিতীয় : সাৱধানে বগাবি…

তৃতীয় : কিবা খোপনি পাইছনে?

চতুৰ্থ : ক'তা? খোপনি দেখুন মোৰ চকুত পৰাই নাই।

প্ৰথম, দ্বিতীয়, তৃতীয় : (একেলগে) : পাবি, পাবি অলপ বগাই গ'লেই পাবি।

চতুৰ্থ : নাই, মই আৰু নোৱাৰোঁ।

প্ৰথম : নোৱাৰিলে কেনেকৈ হ'ব?

চতুৰ্থ : কেনেকৈ হ'ব, মই কি জানো!

দ্বিতীয় : হেৰ' বগাবই যে লাগিব।

চতুৰ্থ : সেইটো ময়ো জানো।

তৃতীয় : তেন্তেহ'লে?

প্ৰথম : অলপ বগা ভাই, অলপ বগা।

দ্বিতীয় : পাবি, খোপনি পাবি।

তৃতীয় : চিন্তা নকৰিবি, আমি পিছতেই আছোঁ।

চতুৰ্থ : নাই, নাই মই আৰু নোৱাৰোঁ।

প্ৰথম : (তৃতীয় আৰু দ্বিতীয়ৰ কালে চায়) এই, কিব কৰ? সি নোৱাৰো বুলিছে নহয়?

দ্বিতীয় : নোৱাৰো বুলিলে হ'ব জানো! (চতুৰ্থক) এই…

চতুৰ্থ : চুপ্। মই আৰু কোনো কথাই শুনো॥

তৃতীয় : ইয়াত নোৱাৰো বুলিছে যেতিয়া আন ঠাইলৈ যাওঁ ব'ল।

প্ৰথম : বগাব লাগিবই যেতিয়া, এইফালে নহ'লে অন্যফালে বগাম।

দ্বিতীয় : ব'ল তেতিয়াহ'লে অন্যফালে বগাওঁগৈ।

তৃতীয় : ( চতুৰ্থক ) এই নামি আহ। অন্যফালে যাওঁ।

চতুৰ্থ : অ' অ' ঠিক আছে। ( নামে )

প্ৰথম : কিমান বগাবি ?

দ্বিতীয় : খোপনি দেখুন নাপাওঁৱেই।

তৃতীয় : তথাপিতো আমি বগাম।

চতুৰ্থ : ( নামি ) অ'। জখলা নমা।

প্ৰথম : নমা ( জখলাখন নমাই। )

দ্বিতীয় : জখলা ধৰ, আনফালে যাওঁ।

তৃতীয় : ধৰ, ধৰ—

( আটাইকেইজন প্ৰতিনিধিয়ে—'ব'ল, ব'ল আগুৱাই ব'ল।' 'বৈ থকাৰ থকাৰ সকাম নাই'—বুলি আকৌ হুলস্থুল কৰি কিছু দূৰ যায়। এনেতে মিস্ত্ৰি আৰু বাবাৰ সংলাপ আৰম্ভ হ'ব। লগে লগে প্ৰতিনিধিসকল স্থিৰ হৈ ৰব। )

বাবা : কৈছোঁ নহয় এইবোৰৰ পদ্মা শাস্তি নাই।

মিস্ত্ৰি : শাস্তি আপুনি ক'তো নাপাই আৰু কোনেও কাকো শাস্তি দিব নোৱাৰে।

বাবা : ইহঁত কৰবাৰ!

মিস্ত্ৰি : কৰবাৰ মানে! ইহঁত কোন আপুনি জানে ?

বাবা : নাজানো।

মিস্ত্ৰি : তেন্তে এবাৰ অন্ততঃ সোধক ইহঁত কোন ?

( বাবা, প্ৰতিনিধিকেইজনৰ ওচৰলৈ যায়। )

বাবা : তোমালোক কোন ?

চাৰিওজনে : ( ঘূৰি চায় ) আমি ?

বাবা : অ' তোমালোক।

প্ৰথম : আমি প্ৰতিনিধি।

বাবা : প্ৰতিনিধি!

চাৰিওজনে : অ' প্ৰতিনিধি।

( জখলাখন থৈ চাৰিওজনে মঞ্চৰ সন্মুখলৈ কিছু আগুৱাই আহে। )

বাবা : তোমালোকৰ কাম ?

প্ৰথম : যাত্ৰা।

বাবা : ক'লৈ যাত্ৰা কৰিবা ?

দ্বিতীয় : ক'ব নোৱাৰোঁ।
তৃতীয় : আমাৰ গতি আছে, গন্তব্য স্থান নাই।
চতুৰ্থ : আমি কেৱল যাত্ৰা কৰিছোঁ।
বাবা : এই জখলা ?
প্ৰথম : বগাবলৈ।
দ্বিতীয় : কেৱল ওপৰলৈ আৰু ওপৰলৈ।
বাবা : কিয় ?
তৃতীয় : খোপনি বিচাৰি।
চতুৰ্থ : আমি বগাইছোঁ, কিন্তু খোপনি পোৱা নাই।
প্ৰথম : আমি কেৱল বগাইছোঁ।
চাৰিওজনে : নাজানো।
বাবা : তোমালোকৰ লক্ষ্য ?
চাৰিওজনে : নাজানো।
দ্বিতীয় : আমি যি পৰ্যন্ত খোপনি নাপাওঁ, সেই পৰ্যন্ত বগাই থাকিম।
তৃতীয় : আমি কেৱল বগাইছোঁ, ওপৰলৈ আৰু ওপৰলৈ।
চতুৰ্থ : আমি যি পৰ্যন্ত লক্ষ্য নাপাওঁ, সেই পৰ্যন্ত আমাৰ যাত্ৰাৰ বিৰাম নাই।
প্ৰথম : আমি কেৱল যাত্ৰা কৰিছোঁ, আগলৈ আৰু আগলৈ।

(চাৰিওজনে আগৰ ঠাইলৈ গৈ আকৌ জখলা হাতত লৈ আগবঢ়ে—'ব'ল, ব'ল আগুৱাই ব'ল।' 'বৈ থকাৰ সকাম নাই।' বুলি চিঞৰ-বাখৰ কৰি প্ৰস্থান কৰে।

বাবা : মিছা-মিছি কিছুমান হুলস্থুল।
মিস্ত্ৰি : (নিজৰ কামত লাগে।) কামটো আৰু অলপ বাকী থাকিল।
বাবা : এই, এই বাকচটো…
মিস্ত্ৰি : বাবা, মই আপোনাক বাৰম্বাৰ দোহাৰিছো, এই কফিন বাকচটো বিক্ৰী কৰিব নোৱাৰোঁ।
বাবা : কিয় ?
মিস্ত্ৰি : এইটো বিশেষ এজনৰ বাবে বনাইছোঁ।
বাবা : কোন তেওঁ ?
মিস্ত্ৰি : সেইবোৰ সুধি মোক অশান্তি নিদিব।
বাবা : তোক মই অশান্তি দিছো নে, তই মোক অশান্তি দিছ ?
মিস্ত্ৰি : আপোনাৰ নিজৰ অশান্তি নিজেই চপাইছে।
বাবা : এইয়ে মোৰ অশান্তিৰ মূল।

মিস্ত্ৰি : কেতিয়াও নহয়।

বাবা : কেলৈ নহয়? সেই বিত্তশীল লোকজনক ঘুৰাই পঠোৱাৰ কি আৱশ্যক আছিল?

মিস্ত্ৰি : আৱশ্যক নিশ্চয় আছিল।

বাবা : কিটো আৱশ্যক আছিল? তই এই কফিন বাকচটো সেই মানুহজনক বিক্ৰী কৰাহ'লে বহুত টকা পালিহেঁতেন।

মিস্ত্ৰি : সেই বিত্তশীল মানুহবোৰে আপোনালোকক টকাৰ লোভ দেখুৱাই মগজুৰ স্থিৰতা নাইকীয়া কৰি পেলাইছে।

বাবা : নিজৰ মগজুৰ স্থিৰতা ঠিক ৰাখ।

মিস্ত্ৰি : ঠিক আছে বাবেই আপোনালোকৰ দৰে সেই ধনীবোৰৰ লগত আপোচ কৰিবলৈ যোৱা নাই।

বাবা : মানে তই মোৰ কথা নামান?

মিস্ত্ৰি : পৰাহ'লে আপোনাৰ অবাধ্য নহলোহেঁতেন।

বাবা : আজি মোৰ গাত শক্তি থকা হ'লে, ডেকাকালৰ তেজ থক হ'লে...

মিস্ত্ৰি : বাবা লাখুটিত ভৰ দি তললৈ মূৰ কৰি মিছাই আগলৈ চাবলৈ চেষ্টা কৰাৰ ভাও ধৰে কিয়?

বাবা : (প্ৰায় খণ্ডত) তই, তই—(হঠাৎ বাহিৰলৈ চকু যায়।) অ' তেখেত আকৌ আহিছে। মই যাওঁ, তোৰ লগত থাকিলে তেখেতৰ আগত অপদস্থ হ'ব লাগিব। পুনৰ তোক কৈ যাওঁ তেখেতক নিৰাশ নকৰিবি।

(বাবাৰ প্ৰস্থান। কন্তেকৰ পাছত বাবা যোৱাৰ বিপৰিত ফালৰ পৰা এজন বিত্তশীললোকৰ প্ৰবেশ। নাটকত এই চৰিত্ৰৰ নাম হ'ব 'বিত্তশীল'।)

বিত্তশীল : মই আকৌ তোমাৰ ওচৰলৈ ঘুৰি আহিছোঁ।

মিস্ত্ৰি : (নিজৰ কামত ব্যস্ত।)

বিত্তশীল : এই কফিন বাকচটোৰ বাবে যিমান টকাৰ প্ৰয়োজন হয়, সিমান টকা দিবলৈ মই ৰাজি আছে"।

মিস্ত্ৰি : আপোনালোক ধনী মানুহবোৰে সকলো বস্তু কেৱল টকাৰে জুখিব বিচাৰে, কিন্তু জানি থব; সকলো মানুহে আপোনালোকৰ টকাৰ পাছে পাছে দৌৰি নুফুৰে।

বিত্তশীল : মানে তুমি কি ক'ব বিচাৰিছা?

মিস্ত্ৰি : আইনাৰ দৰে পৰিষ্কাৰ।

বিত্তশীল : অ' বুজিছো। (সুৰ সলাই) কিন্তু মোৰ প্ৰস্তাৱত ৰাজি হোৱাটো মই কামনা কৰোঁ।।

(মিস্ত্ৰি নিজৰ কামত ব্যস্ত হয়। বিত্তশীলৰ কথা যেন শুনাই নাই।)

মিস্ত্ৰি : কামটো সম্পূৰ্ণ নহ'ল আৰু অলপ আছে।

বিত্তশীল : যিমান দৰকাৰ তাতোতকৈ দুগুণ টকা বেছি দিম।

মিস্ত্ৰি : (নিজৰ কামত মন দি) আজি বহুত দিনৰ পৰাই এইটো বনাই আছোঁ। কিন্তু অন্ত কৰিব পৰা নাই।

বিত্তশীল : দৰকাৰ হ'লে চাৰিগুণ, পাঁচগুণ যিমান লাগে সিমান টকা দিম।

মিস্ত্ৰি : (আগৰদৰে কামত মন দি) ইয়াৰ আগতে আনবোৰ কফিন বাকচ তৈয়াৰ হৈ গ'ল, এইটোহে ইটো-সিটো কৰোঁতে শেষ কৰিব পৰা নাই।

বিত্তশীল : তুমি মোৰ কথা শুনিছানে নাই ?

মিস্ত্ৰি : আনৰ কথা শুনাতভো কান দুখনে আজিলৈকে বেইমানী কৰা নাই।

বিত্তশীল : কিন্তু মোৰ কথা···

মিস্ত্ৰি : একেই কান, একেইবোৰ কথা।

বিত্তশীল : তেতিয়াহ'লে বধিৰৰ দৰে মোৰ কথাৰ উত্তৰ নিদি আজে-বাজে কথা কিছুমান কৈ আছা কিয় ?

মিস্ত্ৰি : একেবোৰ কথা শুনি শুনি যিদৰে কানদুখন গধূৰ হৈ গৈছে, সেইদৰে একেখন মুখেও ; একেবোৰ উত্তৰ দি দি এতিয়া উত্তৰ দিবলৈ লাজ পোৱা হৈছে।

বিত্তশীল : মানে ?

মিস্ত্ৰি : এই বাকচটো দিব নোৱাৰিম।

বিত্তশীল : তোমাৰ এই বাকচটো দিয়াত কি আপত্তি আছে ?

মিস্ত্ৰি : এইটো বিশেষ এজনলৈ বনাইছোঁ, আপোনাক কফিন বাকচ লাগে সেইবোৰ বহুত আছে ; তাৰে এটা লৈ যাওঁক।

বিত্তশীল : মোক সেই বহুতৰ মাজৰ এটা নালাগে, এই বিশেষ কফিন বাকচটোহে লাগে।

মিস্ত্ৰি : হয়তো এইটো আপোনাৰ মৃত্যুৰ আগতে নহ'বও পাৰে।

বিত্তশীল : সেইটো পাছৰ কথা।

মিস্ত্ৰি : আপোনালোক ধনী মানুহ। মৃত্যুৰ আগতে আপোনাৰ ল'ৰা ছোৱালীক কৈ থৈ যাব, আপোনাৰ শ নিবৰ বাবে ইয়াতকৈ ভাল কফিন বাকচ তৈয়াৰ কৰি দিম।

বিত্তশীল : মোৰ মৃত্যুৰ পাছত, মোৰ শ নিবৰ বাবে কি কৰিব লাগে সেইয়া মই জানো। এতিয়া মাত্র শুনা, মোৰ স্বাৰ্থ সিদ্ধিৰ বাবে এটা কফিন বাকচৰ দৰকাৰ আৰু যদি মই কওঁ সেই প্ৰয়োজনীয় কফিন বাকচটো এইটোৱেই হ'ব লাগিব।

মিস্ত্রি : এইটো হ'ব নোৱাৰে। এইটো যিজনৰ বাবে তৈয়াৰ কৰিছোঁ, তেওঁ কেতিয়া আহে তাৰ ঠিক নাই।

বিত্তশীল : কোন তেওঁ ?

মিস্ত্রি : সেই কথা মই ক'ব নোৱাৰিম।

বিত্তশীল : কিন্তু জানি থবা মই ইচ্ছা কৰিলে এইটো বাকচেই নহয়, তুমি তৈয়াৰ কৰা গোটেই বাকচৰ উপৰিও তোমাকো কিনি থব পাৰো।

মিস্ত্রি : জানো, জানো। আপোনালোক বিত্তশীললোক, টকা থকা মানুহ। নিয়ম-শৃঙ্খলা, সৃষ্টি-ধ্বংস এই সকলো আপোনালোকৰ ওপৰতেই নিৰ্ভৰ কৰিছে।

বিত্তশীল : তুমি ইমান কথা জানিও...

মিস্ত্রি : জানিলেও, মই এইটো মোৰ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে কাকো নিদিওঁ।

বিত্তশীল : তুমি যদি এইটো আনক দিয়া—

মিস্ত্রি : কেতিয়াও নিদিওঁ, মই যি উদ্দেশ্য লৈ এই কফিন বাকচটো তৈয়াৰ কৰিছোঁ, সেইয়া পূৰ্ণ হ'বই।

বিত্তশীল : যদি নহয়।

মিস্ত্রি : হয়, নহয় পৰীক্ষা কৰিব বিচাৰিছে ?

বিত্তশীল : যদি কওঁ সেয়ে।

মিস্ত্রি : সদায় আহি যিদৰে এই কফিন বাকচটোৰ বাবে দিগদাৰি দিয়াছি, ঠিক সেইদৰে আহি ইয়াত বৈ পৰীক্ষা কৰিবহি কোন দিনা কেতিয়া মোৰ আশা পূৰ্ণ হয়।

বিত্তশীল : পৰীক্ষা কৰাৰ সময় নিশ্চয় বহুত পাম। কিন্তু তাৰ আগতে তোমাক আকৌ এবাৰ কওঁ সোনকালে এৰি দিয়া বিধৰ মই নহও।

(মিস্ত্রিক কোনো কথা কব'লৈ সুযোগ নিদি বিত্তশীলজন প্ৰস্থান কৰে। মিস্ত্রিয়ে আকৌ নিজৰ কামত ব্যস্ত হয়। এনেতে বাবাৰ প্ৰবেশ।)

বাবা : আকৌ মানুহজনক ঘূৰাই পঠালি ?

মিস্ত্রি : মই বাধ্য।

বাবা : তই এটা সুন্দৰ সুবিধা হেৰুৱাব বিচাৰিছ।

মিস্ত্রি : যিবোৰ সুবিধা অতদিনে আপোনালোকে আদায় কৰি লৈ আজি লাথুটিৰ ওপৰত ভৰ দিবলগা হৈছে, তেনে সুবিধা আমি লব নাযাওঁ।

বাবা : মানে ?

মিস্ত্রি : মানে, আমাৰ হাতত এতিয়াও হাতুৰী বতালী আছে।

বাবা : তোৰ যি ইচ্ছা তাকে কৰ, কিন্তু মই তোক বাৰে বাৰে ক'ম ; তই এই কফিন বাকচটো তেখেতক বিক্ৰী কৰি দে।

মিস্ত্রি : কেতিয়াও বিক্ৰী নকৰোঁ। একমাত্ৰ সেইজনক দিম যিজনৰ বাবে এইটো তৈয়াৰ কৰিছোঁ।

বাবা : যদি সেইজন তোৰ এই কফিন বাকচ নিবলৈ নাহে।

মিস্ত্রি : আহিব। ধুৰূপ আহিব। তেওঁ নিজেই আহি এই কফিন বাকচটো লৈ যাব।

বাবা : কেতিয়া আহিব ?

মিস্ত্রি : যেতিয়া সময় হ'ব।

বাবা : যদি সময়তকৈ আগতে আহি ওলাইহি ?

মিস্ত্রি : সেইটো হ'ব নোৱাৰে। মোৰ বিশেষ কফিন বাকচটো তৈয়াৰ কৰাৰ পূৰ্ণ হ'ব আৰু তেওঁ সেই সময়তে নিজেই হাজিৰ হ'বহি।

বাবা : কিন্তু...

মিস্ত্রি : কোনো কিন্তু নাই। আপোনাৰ যদি বিশ্বাস হোৱা নাই তেন্তে সদায় ইয়াতে পহৰা দি থাকিবহি। এই কফিন বাকচটোৰ বৰ্ষীয়া হ'বহি।

(লগে লগে প্ৰতিনিধি চাৰিজন পশ্চাদ পটৰ কাষেৰে প্ৰবেশ কৰে। এটাৰ হাতত এটাৰ হাতত এখন বাতৰি কাকত, পৰীক্ষাৰ ফলাফল ওলাইছে, তাকে লৈ সিহঁতে হৈ-হাল্লা কৰি আহিছে। প্ৰতিনিধিৰ প্ৰবেশ আৰু সংলাপ আৰম্ভ হোৱাৰ লগে লগে বাবা আৰু মিস্ত্রি স্থিৰ হৈ যাব।)

প্ৰথম : কিছুমান টকা-পইচাৰ অপচয়।

দ্বিতীয় : অকল টকা-পইচাই নহয়, মানসিক শক্তিৰো অপচয়।

তৃতীয় : এতিয়া কপালত ডিগ্ৰীৰ লেবেল মাৰি ঘুৰি-ফুৰ।

চতুৰ্থ : আজিৰ পৰা বেকাৰ লিষ্টত আমাৰ কেইটাৰ নাম বেছি হ'ব।

প্ৰথম : আৰু তাৰ পাছত ?

দ্বিতীয় : হায় চাকৰি! হায় চাকৰি!

তৃতীয় : অফিচৰ দুৱাৰে দুৱাৰে ঘুৰি-ফুৰ-ন' ভেকেন্সি।

চতুৰ্থ : তাৰ পাছত সংগ্ৰাম, বিপ্লৱ, ধৰ্মঘট, অনশন।

প্ৰথম : আমাৰ দেশত অনশনেই বিপ্লৱ কৰাৰ উত্তম আৰু একমাত্ৰ মাধ্যম।
দ্বিতীয় : কিন্তু জানিবি অনশন-ধৰ্মঘট কৰি, মেল মিটিং পাই দুটামান স্ল'গান গালেই সকলো শেষ হৈ নাযায়।
তৃতীয় : আকৌ পঢ়িম। ইউনিভাৰচিটিৰ ডিগ্ৰী ল'ম, তাৰ পাছতে ডক্তৰেট।
চতুৰ্থ : আকৌ কিছুমান শক্তিৰ ক্ষয়।
প্ৰথম : কিছুমান টকা-পইচাৰ অপচয়।
দ্বিতীয় : হওঁক। তথাপিতো আমি পঢ়িম।
চতুৰ্থ : চৰকাৰে টকা ধাৰে দিব খেতি কৰিম।
প্ৰথম : চৰকাৰে টকা ধাৰে দিব ইণ্ডাষ্ট্ৰি খুলিম।
দ্বিতীয় : গ্ৰীন ৰিভলিউশ্বন কৰিম ···
তৃতীয় : ইণ্ডাষ্ট্ৰিয়েল ৰিভলিউশ্বন কৰিম।
চতুৰ্থ : তাৰ পাছত চব।
প্ৰথম : ফুঁ—উঁ—।
দ্বিতীয় : চব ফুটুকাৰ ফেন।
তৃতীয় : আচলতে।
চতুৰ্থ : শ্ৰমৰ প্ৰকৃত মৰ্যদা দিব লাগিব।

(প্ৰতিনিধিসকলে হুলস্থুল কৰি আগবাঢ়ে। এনেতে বাবা আৰু মিস্ত্ৰিৰ অঙ্গী-ভঙ্গী আৰু সংলাপ আৰম্ভ হ'ব। লগে লগে প্ৰতিনিধিসকল স্থিৰ হৈ ৰব।)

বাবা : সিহঁতৰ হৈছে কি ?
মিস্ত্ৰি : সিহঁতে, সিহঁতৰ ফলাফলৰ শেষত শূন্য দেখিছে।
বাবা : সিহঁতৰ প্ৰকৃত পৰিচয় কি ?
মিস্ত্ৰি : সুধি চাওঁক।

(বাবা প্ৰতিনিধিসকলৰ কাষলৈ যায়।)

বাবা : তোমালোক কোন ?
চাৰিওজন : (ঘূৰি চায়) আমি ?
বাবা : অ' তোমালোক।
প্ৰথম : আমি প্ৰতিনিধি।
বাবা : প্ৰতিনিধি !
চাৰিওজন : (আওতাই আহে) অ' প্ৰতিনিধি।
বাবা : তোমালোকৰ কাম ?
প্ৰথম : পৰীক্ষা দিয়া।
বাবা : কি পৰীক্ষা ?

দ্বিতীয় : যাৰ ফলা-ফল লয় লাভ নাই।
তৃতীয় : জীৱনত বহু পৰীক্ষা দিলোঁ।
চতুৰ্থ : পৰীক্ষা দিম আৰু দি থাকিম।
বাবা : তাৰ পৰা তোমালোকৰ কি হ'ব ?
প্ৰথম : নাজানোঁ।
দ্বিতীয় : শক্তিৰ ক্ষয় কৰিছোঁ।
তৃতীয় : এই শক্তি বাৰিষা নদীৰ প্ৰবল সোঁতৰ দৰে।
চতুৰ্থ : পাৰ ভাঙি বানপানীৰ সৃষ্টি কৰি সকলো মইটিয়াই নিব।
প্ৰথম : ইয়াক ৰুধিব নোৱাৰি, নিয়ন্ত্ৰণ কৰিব পাৰি।
দ্বিতীয় : এই শক্তিক নিয়ন্ত্ৰণ কৰি কামত খটোৱাব পাৰি।
তৃতীয় : তেতিয়া জনসাধাৰণ নিশ্চয় লাভবান হ'ব।
চতুৰ্থ : নহ'লে পাৰত মাথাউৰীয়ে ভেটা দি বৃথাৰ ব্যৰ্থ চেষ্টা কৰা কেৱল টকাৰ অপচয়।
বাবা ; পৰীক্ষাৰ অন্ত হ'ব কেতিয়া ?
চাৰিওজন : নাজানো।
প্ৰথম : যি পৰ্যন্ত পৰীক্ষা অন্ত নহয়, সেই পযন্ত পৰীক্ষা দি থাকিম।
দ্বিতীয় : যি পৰ্যন্ত আমাৰ নিয়ন্ত্ৰণ নহয়, সেই পৰ্যন্ত টকাৰ অপচয় হ'ব। শক্তি ক্ষয় হ'ব।
তৃতীয় : আমি কেৱল.পৰীক্ষা দিম।

('আমি কেৱল পৰীক্ষা দিম আৰু দি থাকিম।' বুলি চাৰিওজন হুলস্থুল কৰি প্ৰস্থান কৰে।

বাবা : কি যে বিশৃঙ্খল !
মিস্ত্ৰি : শৃঙ্খলা লগাব কোনে ? সকলোৱেই যে নিজক লৈয়ে ব্যস্ত।
বাবা : শৃঙ্খলা ! শৃঙ্খলা লগাব কোনে ?
মিস্ত্ৰি : ব্যৱস্থাপনাৰ ভুলৰ বাবে, সিহঁতে আজি পকৰাই পোৱা মানুহবদৰে বহল পথাৰ এখনৰ একে ঠাইতে ঘুৰি ফুৰিবলগা হৈছে।

(মিস্ত্ৰিয়ে সংলাপখিনি কৈ কৈ প্ৰস্থান কৰে। বাবাই এবাৰ কফিন বাকচটোৰ ওচৰলৈ যায় আৰু বাহিৰলৈ চায়। এবাৰ পথ বিচাৰি নোপোৱা পথিকবদৰে লাখুটিত ভৰ দি মঞ্চৰ চাৰিওফালে পথ বিচাৰি, পথৰ সন্ধান কৰিব নোৱাৰি যেন মিস্ত্ৰি যোৱাৰ পথেৰেই যাব বিচাৰিছে। কিন্তু আওৰাই যায়। এনেতে উধাতু খাই এজনী গাভৰু ছোৱালীয়ে প্ৰবেশ কৰে। ছোৱালীজনী নাচনি। নাটকত ছোৱালীজনীৰ নাম 'নাচনি' হ'ব।)

নাচনী : শুনক—
বাবা : (উচপ খাই) কোন ?
নাচনী : পৰিচয় পাছত হ'ব। আগতে মোক অকণমান আশ্রয় দিয়ক।
বাবা : আশ্রয় ?
নাচনী : মোক কিছুমান পশুৱে খেদি আহিছে। সিঁহতে মোক হাতত পালে শিয়াল-শগুনে মৰাশ কেনা-কেন কৰাৰ দৰে কেনা-কেন কৰিব।
বাবা : তোমাক ইয়ালৈ কোনেও বিচাৰি নাহে।
নাচনী : নাহে ?
বাবা : নাহে। ইয়ালৈ কোনোবা আহিলে কফিন বাকচহে বিচাৰি আহে।
নাচনী : জানে বাবা···
বাবা : বাবা।
নাচনী : মই যাৰ কাষলৈ অকনমান নির্ভয় বিচাৰি যাওঁ, সিয়েই মোক প্রৱঞ্চনা কৰে. এটা-দুটা কৰি কিছুমান পশুৰ হাতৰ পৰা নিজকে ৰক্ষা কৰোঁ ; পিছত আকৌ অন্য কিছুমানে লালসাৰ দৃষ্টিৰে মোক গ্রাস কৰিবলৈ খেদি আহে।
বাবা : তুমি ইয়'ত নির্ভয়ে থাকিব পৰা।
নাচনী : উস। (স্বস্তিৰ নিশ্বাস এৰে) আপুনি, আপুনি মোক ৰক্ষা কৰিলে।
বাবা : মই তোমাক কি ৰক্ষা কৰিম আই। বাৰু এতিয়া নিশ্চয় তোমাৰ পৰিচয় জানিব পাৰোঁ।
নাচনী : মই এজনী, নাচনী এজনী বইজী। নাচোঁ আৰু আন বহুতক নচোৱাওঁ। কিন্তু আজি··· (কান্দে)
বাবা : কি হ'ল আই, তোমাৰ আকৌ কি হ'ল ? কান্দিছা কিয় ?
নাচনী : মই আজি হাৰি গলো, মোৰ নাচ চোৱাৰ সুবিধা লৈ কিছুমানে মোক—মোক···(কান্দে)
বাবা : শান্ত হ' আই, নাকান্দিবি। মই সকলো বুজিছোঁ।
নাচনী : বাবা, মই পলাতক।
বাবা : পলাতক। মইও পলাতক, নিজৰ দায়িত্বৰ পৰা, জীৱনৰ পৰা মইও পলায়ন কৰিছোঁ। জীৱনৰ বিয়লীবেলাত মই মাত্র এজন অসহায় প্রহৰী হৈ যুগৰ সন্ধিক্ষণত বৈ আছো, এই বিশেষ কফিন বাকচটোৰ ৰখীয়া হয়।
নাচনী : কফিন বাকচ। এই কফিন বাকচ···
বাবা : এইয়া মই তোমাৰ কৰা কফিন বাকচ নহয়। মই মাত্র ইয়াৰ ৰখীয়া। মইতো লাখুটিত ভৰ দি ফুৰা মানুহ। কফিন বাকচ কি একেবাৰেই নাই। মই গৰীব মানুহ। এই লাখুটিডালেই হ'ল মোৰ একমাত্র

সম্পত্তি আৰু সৌ জুপুৰীটো দেখিছা ? সেইটো মোৰ নিজৰ নহয়। মোৰ পৈত্রিক সম্পত্তি আৰু এই বাকচবোৰ হ'ল মোৰ সন্তানৰ। মই মাথো মাজতে যুগসূত্র হৈ আছোঁ।

নেপথ্যত ঃ

এজনে ঃ দৰিদ্রতা—

বহুতে ঃ নিবাৰণ কৰক—।

( ইতিমধ্যে প্রতিনিধি চাৰিওজনে চিঞৰ-বাখৰ কৰি প্রবেশ কৰে। লগে লগে বাবা আৰু নাচনী স্থিৰ হৈ ৰব। )

এজন ঃ দৰিদ্রতা—

তিনিজন ঃ নিবাৰণ কৰক।

এজন ঃ আমাক—

তিনিজন ঃ খাদ্য লাগে।

এজন ঃ চোৰাং কাৰবাৰিক—

তিনিজন ঃ শাস্তি দিয়ক।

এজন ঃ খাদ্য সামগ্রী ভেজাল কৰোতা—

তিনিজন ঃ দেশৰ শত্রু।

এজন ঃ পুঁজিপতি—

তিনিজন ঃ ধ্বংস হওঁক।

( শ্লʼগান দি দি চাৰিওজনে প্রস্থান কৰিব। প্রতিটো শ্লʼগান তিনিবাৰকৈ ক'ব। প্রতিনিধিৰ লগে লগে নাচনী আৰু বাবাৰ সংলাপ আৰম্ভ হ'ব। )

নাচনীঃ সিবিলাক কোন ?

বাবা ঃ বোধ হয় উন্মত্ত জনতা।

নাচনী ঃ সিবিলাক খুব খণ্ডত আছে।

বাবা ঃ এৰা খণ্ডত আছে ! ( সুৰ সলায় ) বাৰু আই, তুমি অলপ ইয়াতে থাকা মই অকনমান ভিতৰৰ পৰা আহোঁ।—

( বাবাই নাচনীক কথা ক'বলৈ নিদি প্রস্থান কৰে। )

নাচনী ঃ বাবা—

( নাচনীয়ে বাবাৰ পৰা কোনো উত্তৰ নাপাই চাৰিওফালে ঘূৰি চায়। বাবাৰ প্রস্থান কৰাৰ ঠিক বিপৰিতফালে নাচনীয়ে অনুসন্ধানী দৃষ্টিৰে আগবাঢ়ে। ঠিক এনে সময়তে মিস্ত্রিৰ প্রবেশ। নাচনীয়ে ঘূৰি থিয়াৰ লগে লগে মিস্ত্রিক দেখি ভয় খাই। )

নাচনী ঃ কোন ? তুমি কোন ?

মিস্ত্ৰি : মই কোন মানে।
নাচনী : কোন তুমি কোৱা, নহ'লে···
মিস্ত্ৰি : চিঞৰিছা কিয় ? লাহে লাহে।
নাচনী : চিঞৰিম। খুব চিঞৰিম।
মিস্ত্ৰি : ইমান মন গৈছে যেতিয়া চিঞৰা, খুব চিঞৰা তাৰ পৰা মোৰ কি হ'ব!
নাচনী : অ' ভয় খুৱাইছা ? ভয় খুৱাই কিন্তু লাভ নহ'ব। যদি চিঞৰিব নালাগে, তেনে কোৱা তুমি কোন ?
মিস্ত্ৰি : মানে তুমি—মই তোমাক—!
নাচনী : অ' বুজিছো।
মিস্ত্ৰি : বুজিছা, তেন্তে ভাল কথা।
নাচনী : মই জানো, মই যিটো ভাবিছিলো সেইটোৱেই হ'ল। নাই, নাই মোৰ আৰু ক'তো ৰক্ষা নাই।
মিস্ত্ৰি : তুমি—তুমি—!
নাচনী : আহা, আগবাঢ়ি আহা।
মিস্ত্ৰি : মানে ?
নাচনী : আহা, মোৰ ওচৰত যি আছে বিচাৰি লোৱা।
মিস্ত্ৰি : তুমি!
নাচনী : অন্তৰ ভাও ধৰিছা কিয় ? মইতো তোমাৰ ওচৰতেই আছো। মোৰ পৰা যি পোৱা তাকে লোৱা। পলাই পলাই মই ভাগৰি পৰিছোঁ। মই আৰু পলাব নোৱাৰা হৈ পৰিছোঁ। লোৱা, লোৱা হেপাহ পলুৱাই সকলো আদায় কৰি লোৱা।

( নাচনীয়ে কথাখিনি একেটা উশাহতে চিঞৰি কৈ কান্দি কান্দি ফোপায়। )

মিস্ত্ৰি : ( খঙত ) তুমি পাগল হৈছা নেকি ? কোন তুমি ?
নাচনী : ( ভয়ত ) মই-মই এজনী নাচনী।
মিস্ত্ৰি : তোমাক কি লাগে ?
নাচনী : ( ভয়ত আচৰিত হৈ ) মোক একো নালাগে।
মিস্ত্ৰি : তেতিয়াহ'লে তুমি ইয়াত···
নাচনী : মোক কিছুমান লুভীয়া পশুৰ দলে খেদি আহিছিল। সিহঁতে মোক পালে নিঃশেষ কৰি দিব। তাৰ বাবেই মই পলাই পলাই এইখিনি পাইছোহি।
মিস্ত্ৰি : অ'।
নাচনী : কিন্তু আপুনি ?

মিস্ত্ৰি : ভয় নকৰিবা। মই মৰাশ কঢ়িয়াবলৈ বনোৱা কফিন বাকচৰ এজন মিস্ত্ৰি। মোৰ হাতত থকা হাতুৰী বতালী দেখি চিনিব পৰা নাই ?

নাচনী : মোৰ ভ্ৰান্তি হৈছিল। মই বলীয়া হৈ পৰিছোঁ। এইয়া চাওঁক মই আজি বিবস্ত্ৰা প্ৰায়—

( নিজৰ কথা হঠাতে বন্ধ কৰি নাচনীয়ে নিজৰ অস্তিত্বৰ গম লয়। গাত ওৰণা কাপোৰখন নথকাত অস্বাস্ত অনুভৱ কৰে। ) শুনক—

মিস্ত্ৰি : হোঁ—

নাচনী : মোক এখন কাপোৰ দিব ?

মিস্ত্ৰি : কাপোৰ !

নাচনী : গাত ওৰণা লবৰ বাবে।

মিস্ত্ৰি : কিন্তু ইয়াত যে কোনো কাপোৰ নাই।

নাচনী : যি কোনো কাপোৰ হ'লেই হ'ব। মাত্ৰ দুপাত্তাৰ দৰে লব পাৰিলেই হ'ল।

মিস্ত্ৰি : হ'লেও, মোৰ ওচৰত এখন কফন কাপোৰৰ বাহিৰে অন্য কাপোৰ নাই।

নাচনী : হ'ব, সেইখনেই দিয়ক।

মিস্ত্ৰি : নাই, নাই সেইখন মই দিব নোৱাৰিম।

নাচনী : কিয় ? কিয় দিব নোৱাৰে ?

মিস্ত্ৰি : মই এই কফিন বাকচটো আৰু সেই কফন কাপোৰখন বিশেষ এজনৰ বাবে সাঁচি ৰাখিছোঁ।

নাচনী : আপুনি সেইজনক অন্য কাপোৰ দিব। মোক বৰ্তমানৰ বাবে কাপোৰখন দিয়ক। মই গাত মেৰিয়াই লওঁ।

মিস্ত্ৰি : সেইখন তোমাক কি মই কাকো'ৱেই দিব নোৱাৰোঁ।

নাচনী : মই অকল কাপোৰখন বিচাৰিছো আৰু তাৰ বিনিময়ত মোৰ নাকৰ, কানৰ সকলো গহনা আপোনাক খুলি দিম।

মিস্ত্ৰি : কোনো মূল্যৰ বিনিময়ত মই এই দুপদ বস্তু তোমাক দিব নোৱাৰিম।

নাচনী : কিন্তু মোক—

মিস্ত্ৰি : নাই, নাই কাপোৰখনৰ বাবে মোক নধৰিবা। মোৰ আৰু অলপ কাম আছে। শেষ হ'লেই মই বিশেষ বাকচটো বনোৱা সম্পূৰ্ণ হ'ব।

( মিস্ত্ৰি বাকচ বনোৱাত লাগে। )

নাচনী : মই পুনৰ আপোনাক প্ৰতিশ্ৰুতি দিছোঁ কফন কাপোৰখনৰ বিনিময়ত যি লাগে তাকেই দিম।

মিস্ত্ৰি : ( নাচনীৰ কথাত কান নিদিয়ে ) আজি বহুত দিন হ'ল এই বাকচটো শেষ কৰিব পৰা নাই।

নাচনী : বাঈজীৰ একোৱেই মূল্য। কিন্তু নিশ্চয় জানিব প্ৰতিশ্ৰুতিৰ মূল্য আছে।

মিস্ত্ৰি : ( কথাত কান নিদি নিজৰ কামত ব্যস্ত হয় ) ইটো-সিটো কৰি থাকোতেই এইটো শেষ কৰিব পৰা নাই, অলপ মন দি কৰিলেই শেষ হৈ যাব।

নাচনী : ( প্ৰায় চিঞৰি ) মোৰ কথা শুনক।

মিস্ত্ৰি : হঁা ?

নাচনী : আপুনি মোৰ কথা শুনিছেনে নাই ?

মিস্ত্ৰি : তোমাৰ কথা ! হঁা, হঁা শুনিছোঁ, শুনিছোঁ, কিয় নুশুনিম ? অলবৎ শুনিছোঁ।

নাচনী : তেতিয়াহ'লে মোৰ কথাৰ উত্তৰ নিদিয়ে কিয় ?

মিস্ত্ৰি : মই এবাৰ যিটো ক'লো তাৰ আৰু লৰচৰ নহয়।

নাচনী : কিন্তু আপুনি সেই কাপোৰখন—

মিস্ত্ৰী : মোক আৰু অসুবিধাত নেপেলাবা, সেই কাপোৰখন আৰু এই কফিন বাকচটো যিজনৰ বাবে ৰাখিছোঁ তেওঁ আহিব আৰু লৈ যাব।

নাচনী : কোন তেওঁ ?

মিস্ত্ৰি : সেই কথা মই ক'ব নোৱাৰিম।

নাচনী : যদি সেইজন নাহে।

মিস্ত্ৰি : আহিব। নিশ্চয় আহিব।

নাচনী : কিন্তু আপুনি জানি থব, মই এজনী গাভৰু ছোৱালী। মই ইচ্ছা কৰিলে—

মিস্ত্ৰি : জানো, জানো তুমি এজনী গাভৰু ছোৱালী, তুমি ইচ্ছা কৰিলে নিয়ম-শৃঙ্খলা, সৃষ্টি-ধ্বংস সকলো ওলট্-পালট কৰি দিব পাৰা।

নাচনী : কিন্তু মোক…

মিস্ত্ৰি : নাই, নাই মোক আৰু অশান্তি নকৰিবা। উস্! ভাগৰি পৰিছোঁ। তুমি ইচ্ছা কৰিলে খন্তেক ইয়াতে ৰব পাৰা, মই ভিতৰত অন্য কাম কৰোগৈ।

( নাচনীক কথা ক'বলৈ সুবিধা নিদি মিস্ত্ৰিৰ প্ৰস্থান। পিছে, পিছে নাচনীও অলপ আগুৱাই যায়। )

নাচনী : শুনক-শুনক…

( এনেতে বিত্তশীলৰ প্ৰবেশ।

বিত্তশীল : এইবাৰ কিবা এটা চূড়ান্ত মীমাংসাত উপনীত হ'ব লাগিব।

নাচনী ঃ কাক লাগে ?

বিত্তশীল ঃ হোঁ ? তুমি কোন ?

নাচনী ঃ বাবাক লাগে ?

বিত্তশীল ঃ অ’ তুমি তেওঁৰ ছোৱালী ?

নাচনী ঃ ভাবি লব পাৰে।

বিত্তশীল ঃ বুজিছোঁ, মিস্ত্ৰিয়ে এইবাৰ নিজেই মোৰ সন্মুখলৈ আহিব নোৱাৰি তোমাক থৈ গৈছে।

নাচনী ঃ মানে ?

বিত্তশীল ঃ ঠিক আছে, তেওঁ উত্তম বুদ্ধিকে কৰিছে। অৱশ্যে তোমাৰ নিচিনা এজনী গাভৰু ছোৱালী দেখিলে মই কেতিয়া কথিন বাকচ নিবিচাৰোঁ।

নাচনী ঃ আপুনি, কি ক’ব বিচাৰিছে ?

বিত্তশীল ঃ মই কোন জানা ? এজন বিত্তশীল লোক।

নাচনী ঃ সেইয়া আপোনাৰ ভাব-ভঙ্গীৰ পৰাই বুজিছোঁ।

বিত্তশীল ঃ দেখিছো ছোৱালী চালাকো আছে।

নাচনী ঃ অকল চালাকেই নহয়, এজনী নাচনীও।

বিত্তশীল ঃ অতি সুন্দৰ নাচনী। নাচিব জানা যেতিয়া নচুৱাবও জানা।

নাচনী ঃ নিশ্চয় জানো।

বিত্তশীল ঃ কিন্তু মোক নোৱাৰিবা !

( বিত্তশীল লাহে লাহে নাচনীৰ কাষলৈ আগবাঢ়ে। )

নাচনী ঃ আপোনাৰ মতলব বুজা নাই।

বিত্তশীল ঃ মই এজন ধনী ব্যক্তি আৰু তুমি এজনী নাচনী, তাতে ধুনীয়াও। ইয়াত আৰু মতলব বুজিব লাগেনে ?

নাচনী ঃ আপুনি আগ নাবাঢ়িব।

( নাচনী ভয়ত পিছলৈ যায়। )

বিত্তশীল ঃ তমি এজনী বাইজী, তোমালোকক আমাৰ নিচিনা মানুহে ভালদৰে চিনি পায়। তুমি এতিয়া মোৰ আগত ভাল ছোৱালীৰ দৰে দেখুৱাই লাভ নাই।

নাচনী ঃ ভাল ছোৱালী মই নিশ্চয় নহয়। কিন্তু আপোনালোক ভাল মানুহবোৰ আমাৰ সংস্পৰ্শলৈ আহি কিয় বদনামী হ’ব বিচাৰিছে ?

বিত্তশীল ঃ আমাৰ ভাল-বেয়া, আমাৰ সদনাম-বদনামক লৈ তোমালোকে চিন্তা কৰিব নালাগে আৰু আমাৰ টকাই এইবিলাক ঢাকি ৰাখিব।

( আগবাঢ়ে। )

নাচনী ঃ মই কৈছো আপুনি আগুৱাই নাহিব।
বিত্তশীল ঃ মিছাই হুলস্থুল নকৰিবা।
নাচনী ঃ (কান্দি, কান্দি) মই আপোনাক কাবৌ কৰিছোঁ।
বিত্তশীল ঃ তোমাৰ কাতৰ বিনন্দিয়ে মোক বিচলিত কৰিব নোৱাৰে।
নাচনী ঃ আৰু আগুৱালে ভাল নহ'ব।
বিত্তশীল ঃ কি কৰিবা?
নাচনী ঃ কি কৰিব পাৰিম চাব?
বিত্তশীল ঃ অলবৎ।
নাচনী ঃ তেন্তে চাওক।

(নাচনীৰ ককালত বেল্টৰ দৰে মেৰিয়াই থোৱা জৰি এডাল, ককালৰ পৰা খুলি নিজৰ মুখৰ আগত ভাঙি ধৰে। জৰিডালৰ এটা মূৰত ফঁাচ লোৱা গাঁঠি এটা দেখা যায়। তাকে দেখি বিত্তশীলে ভয়তে পিছ হোঁহকে। নাচনীয়ে জৰিডাল বুকুত লৈ লাহে লাহে মাটিত চলি পৰে। বিত্তশীল কিংকৰ্তব্য বিমূৰ হৈ পৰে। এনেতে বাবাই প্ৰবেশ কৰি পৰিবেশৰ বুজ লয় আৰু বিত্তশীলক ঘৃণাৰ চকুৰে চায়।)

বাবা ঃ অৱস্থাই যে এদিন এনে ৰূপ লব সেই কথা মই জানো।
বিত্তশীল ঃ মই, মই—এইক, এইক—
বাবা ঃ (নাচনীৰ কাষলৈ গৈ) আই, মোৰ মন্দিয়ালৈ আহি তুমি অকনমান আশ্ৰয় বিচাৰিছিলা। কিন্তু, কিন্তু মোৰ মন্দিয়াতে তোমাৰ আজি এনে অৱস্থা হ'ল। তথাপিতো মোৰ যে কোনো উপায় নাই আই। মই নিজেই লাখুটিত ভৰ দি ফুৰা এজন বৃদ্ধ। মই মাত্ৰ নিৰৱ দৰ্শক। তোমাৰ অক্ষম বাবাক পাৰিলে ক্ষমা কৰিবা আই।
বিত্তশীল ঃ এতিয়া যিটো ঘটনা ঘটিল, তাৰ বাবে মই সম্পূৰ্ণ নিৰ্দোষী।

(এনেতে মিস্ত্ৰিৰ প্ৰবেশ।)

মিস্ত্ৰি ঃ (আহোঁতে কৈ কৈ আহে।) মাত্ৰ আৰু অলপ কাম বাকী আছে। আজি এতিয়াই এই বিশেষ কফিন বাকচটো বনোৱা শেষ কৰিব পাৰিম। (বিত্তশীলক দেখি) হাঁ! আ-আপুনি? (হঠাৎ নাচনীক পৰি থকা দেখে। মিস্ত্ৰিয়ে বিত্তশীল লৈ চায়। থতত।) আপুনি—
বিত্তশীল ঃ মই, মই—তুমি, তুমি (ভয় কৰে।)—তেতিয়াহ'লে, তেতিয়া-হ'লে—মই আহিলোঁ।

(বিত্তশীল ভয়তে প্ৰস্থান কৰে।)

মিস্ত্ৰি ঃ (নাচনীৰ কাষলৈ গৈ।) তুমি কফন কাপোৰ বিচাৰিছিলা নহয়?

কিন্তু সেইখন কফন কাপোৰ তোমাৰ বাবে নহয়। তথাপিতো এতিয়া উপায় নাই। তোমাক সেইখন কফন কাপোৰেই দিব লাগিব।

( মিস্ত্রিৰ প্রস্থান। বাবাই নাচনীলৈ একে থিৰে চাই থাকে। খন্তেকৰ পাছতে আকৌ মিস্ত্রিয়ে হাতত এখন কফিন কাপোৰ লৈ প্রবেশ কৰে। )

মিস্ত্রি : বহুত দিনৰ পৰা সাঁচি থোৱা এইখন কফন কাপোৰ তোমাক আনি দিছোঁ। তোমাৰ লাজ নিবাৰণৰ বাবে এইখন তোমাৰ শৰীৰত পৰি দিছোঁ।

( কফন ( কাপোৰ ) খনেৰে নাচনীক ঢাকি দিয়ে। ইতিমধ্যে চাণ্ডিৰা কফিন বাকচত শ এটা লৈ প্রতিনিধি চাৰিজনৰ পশ্চাদপটৰ কাষেৰে প্রবেশ। )

বাবা : ( প্রতিনিধিসকলক উদ্দেশ্য কৰি ) সৌৱা কোন আহিছে ? সোধো তেওঁলোক কোন ?

( বাবা প্রতিনিধিসকলৰ ওচৰলৈ গৈ। )

: তোমালোক কোন ?

( প্রতিনিধি চাৰিওজনে বাবালৈ ঘূৰি চায় )

চাৰিওজন : আমি ?

মিস্ত্রি : অ' তোমালোক ?

প্রথম : আমি প্রতিনিধি।

বাবা : প্রতিনিধি।

চাৰিওজন : অ' প্রতিনিধি।

( প্রতিনিধি চাৰিওজনে কফিন বাকচটো থৈ আগুৱাই আহে। )

বাবা : তোমালোকৰ কাম ?

দ্বিতীয় : মৃত শ কঢ়িয়াই নিয়া।

মিস্ত্রি : কিমান কঢ়িয়াবা ?

তৃতীয় : ক'ব নোৱাৰো।

চতুর্থ : আমি কঢ়িয়াম, অসংখ্য কঢ়িয়াম।

প্রথম : আমি কেৱল কঢ়িয়াম।

মিস্ত্রি : কেতিয়ালৈকে কঢ়িয়াবা ?

দ্বিতীয় : যেতিয়ালৈকে মৰাশ শেষ নহয়।

বাবা : তাৰ পৰা তোমালোকৰ কি হ'ব ?

তৃতীয় : ব্যাখ্যা কৰিব নোৱাৰোঁ।

মিস্ত্রি : শ কেতিয়াকৈ শেষ কৰিবা ?

চাৰিওজনে : নাজানো।

চতুৰ্থ : যি পৰ্যন্ত শ শেষ নহয়, সেই পৰ্যন্ত আমি কঢ়িয়াই থাকিম।

প্ৰথম : আমি কেৱল কঢ়িয়াম, অসংখ্য কঢ়িয়াম।

বাবা : তোমালোকৰ উদ্দেশ্য ?

দ্বিতীয় : লোকৰ দুখত দুখী হোৱা।

তৃতীয় : আনৰ বিপদ-আপদত সহায় কৰা।

বাবা : তেতিয়াহ'লে আমাক অলপ সহায় কৰি দিব পাৰিবা ?

চতুৰ্থ : পাৰিম।

প্ৰথম : কি সহায় কৰিব লাগে ?

মিস্ত্রি : এই ছোৱালীজনী (মাটিত পৰি থকা নাচনীক দেখুৱায়) ইয়াৰ পৰা নি সৌ তাত থকা যি কোনো এটা কফিন বাকচতে নি কবৰ দি আহিব লাগে।

দ্বিতীয় : ঠিক আছে, আমি আপোনালোকৰ কাম কৰি দিম।

তৃতীয় : ধৰা তেতিয়াহ'লে, এওক ইয়াৰ পৰা লৈ যাওঁ।

চতুৰ্থ : সেইটোৱেই হওঁক।

(প্ৰতিনিধি কেইজনে নাচনীৰ গাৰ ওপৰত থকা কফন কাপোৰখন দাঙি ধৰে। কাপোৰখনৰ আঁতৰত নাচনীক আঁৰ কৰাই লৈ প্ৰতিনিধি কেইজনে প্ৰস্থান কৰে। মিস্ত্রিয়ে বাকচটো বনোৱা কামত লাগে। বাবাই প্ৰতিনিধিসকল যোৱাৰ ফালে কিছুদূৰ গৈ সেইফালে একে থিৰে চাই থাকে।)

মিস্ত্রি : (নিজৰ কাম কৰি কৰি) বহুত চেষ্টাৰ ফল, বহুত মেহনতিৰ ফল। বাবা, (বাবা মিস্ত্রিৰ ওচৰলৈ আহে) ইয়াৰ ঢাকনীখন এতিয়া অলপ আগতে ভিতৰত সম্পূৰ্ণ কৰি আহিছোঁ। খুব সুন্দৰ হৈছে। এই বাকচটোও সম্পূৰ্ণ প্ৰায়। মাত্ৰ অলপ বাকী আছে।

বাবা : আৰু আধৰুৱা কাম শেষ হ'লে, এটা কফিন বাকচ সম্পূৰ্ণ হ'ব। এটা ধুনীয়া কফিন বাকচ।

মিস্ত্রি : এই কফিনত কাক নিম জানে ?

বাবা : কাক ?

মিস্ত্রি : যাক আপোনালোকে কোনোকালেই কবৰ দিব নোৱাৰিলে। আপোনালোকৰ ছাঁতে লুকাই, আপোনালোকৰ মজিয়াতে সেই তেজপিয়া জোকবোৰৰ বিৰাজমান। সেই সকলক কবৰ দিব লাগিব। যেতিয়া সেই সকলক কবৰ দিব পাৰিম-তেতিয়া কবৰ-'ভলিলৈ এজাক জোনাকৰ চল আহিব। এতিয়া তাৰেই—নতুন

দিগন্ত, নতুন স্বপ্নৰ এক স্পষ্ট জাগৰণ আছিছে।'

বাবা : আমিও—'মৃত্যু আৰু জীৱনৰ দোমোজাত বহি স্বপ্ন দেখিছোঁ—দিনান্তৰৰ গৰ্ভকোষত সঞ্জীৱিত হোৱা এক আদিম পোৱাৰ।'

মিস্ত্রি : তেতিয়াহ'লে আপোনালোকে—'নিশাৰ আন্ধাৰ প্ৰয়াসী মৃত্যুমুখী ধ্বনী শুনি লাখুঠিত ভৰ দি সেই ঘোলা চকু জুৰিবে মাঠিত কি বিচাৰি ফুৰিছে?'

বাবা : 'বিচাৰিছোঁ। মই সেই কুৰিটা বছৰ, মোৰ যৌৱনৰ, সপোনৰ, মাটিৰ ধুলিতেই কিজানিবা, হেৰুৱাবিলাকৰ ক্ষুদ্ৰতম স্বাক্ষৰবিলাক পাওঁ।'

(এনেতে প্ৰথম প্ৰতিনিধিৰ প্ৰবেশ।)

প্ৰথম : (মিস্ত্রিক ক'ৰ) বন্ধু, এই কফনখনৰ প্ৰয়োজন নহ'ল।

মিস্ত্রি : প্ৰয়োজন নহ'ল। তেতিয়াহ'লে তাতে থৈ দিয়া।

(প্ৰতিনিধিজনে কাপোৰখন এচুকত টোপোলাৰ দৰে কৰি থৈ দিয়ে। দ্বিতীয় প্ৰতিনিধিৰ প্ৰবেশ।)

দ্বিতীয় : বাবা, আপোনাৰ কাম প্ৰায় শেষ হ'ল।

বাবা : বৰ উপকাৰ কৰা হ'ল বাপুঁহত।

(তৃতীয় প্ৰতিনিধিৰ প্ৰবেশ।)

তৃতীয় : বাবা, আপোনাৰ কাম শেষ কৰি থৈ আহিছোঁ।

(চতুৰ্থ প্ৰতিনিধিৰ প্ৰবেশ।)

চতুৰ্থ : বন্ধু, আমি আমাৰ দায়িত্ব শেষ কৰিলোঁ।

বাবা : খুব ভাল কৰিলা।

মিস্ত্রি : (বনাই থকা বাকচটোলৈ চাই আনন্দত প্ৰায় চিঞৰি।) আৰু, আৰু মোৰ কামো শেষ হ'ল! মোৰ এই বিশেষ কফিন বাকচটো বনোৱা শেষ হ'ল!

বাবা : (আচৰিত হৈ) কফিন বাকচ বনোৱা শেষ হ'ল!

মিস্ত্রি : শেষ হ'ল! শেষ হ'ল! আজি নিশ্চয় তেওঁ আহিব। এই কফিন বাকচটো নিবহি।

প্ৰথম : কোন তেওঁ?

মিস্ত্রি : এতিয়া আৰু সেইবোৰ প্ৰশ্ন নকৰিবা বন্ধুসকল। মাত্ৰ মোৰ বাকচ বনোৱা শেষ হ'ল, মই আনন্দত আত্মহাৰা।

বাবা : চাওঁ, চাওঁ কফন কাপোৰখন বাকচটোত দি চাওঁ কেনে লাগে।

(প্ৰথম প্ৰতিনিধি চুকত থোৱা কফনখন টোপোলাৰ ভাগে ঢাকি লৈ জোকাৰি দিয়ে। লগে লগে কাপোৰখনৰ ভাঁজৰ পৰা নাচনী ওলাই আহে। বাবাই ভয়ত হাতৰ কাপোৰখন নিজৰ গাৰ সন্মুখত মেলি ধৰে। আৰু যন্ত্ৰ চালিতৰ দৰে

পিছলৈ গৈ থাকে। লগে লগে নেপথ্যত শুনা যায় সদ্যজাত শিশুৰ ক্ৰন্দনৰ ধ্বনি। প্ৰতিনিধি চাৰিওজনে বাবাৰ চাৰিও-কালে এটা বাকচৰ আকৃতি কৰি থিয় হয়।)

চাৰিওজন : সেইয়া আমি শুনিছোঁ। এটা পুৰুষৰ জন্মক্ৰন্দন।

বাবা : মোৰ মৃত্যু তোমালোকৰ হাতত তুলি দিলোঁ।

(ইতিমধ্যে নাচনীয়ে মূৰ্তিৰ দৰে লাহে লাহে প্ৰবেশ কৰাৰ বিপৰিতকালে প্ৰস্থান কৰিব। মিস্ত্ৰিয়ে প্ৰতিনিধিসকলৰ উদ্দেশ্য কৰি ক'ব।)

মিস্ত্ৰি : তোমালোক কোন ?

চাৰিওজন : আমি ?

মিস্ত্ৰি : অ' তোমালোক।

প্ৰথম : আমি প্ৰতিনিধি।

মিস্ত্ৰি : প্ৰতিনিধি !

চাৰিওজন : অ' প্ৰতিনিধি।

মিস্ত্ৰি : তোমালোকৰ কাম ?

প্ৰথম : আমাৰ কাম,—বিভিন্ন সময়ত, বিভিন্ন ধৰণেৰে কৰোঁ।

দ্বিতীয় : আমি গন্তব্যস্থান বিচাৰি যাত্ৰা কৰিছোঁ, কেৱল যাত্ৰা কৰিছোঁ।

তৃতীয় : আমি খোপনি বিচাৰি বগাইছোঁ, কেৱল বগাইছোঁ।

চতুৰ্থ : আমি পঢ়াৰ নামত কেৱল শক্তি আৰু টকাৰ অপচয় কৰিছোঁ, আৰু কেৱল পঢ়িছোঁ।

প্ৰথম : আমি আমাৰ প্ৰাপ্য বিচাৰি সংগ্ৰাম কৰিছোঁ, কেৱল সংগ্ৰাম কৰিছোঁ।

দ্বিতীয় : আমি শেষ নোহোৱা পৰ্যন্ত শ কঢ়িয়াইছো, কেৱল কঢ়িয়াইছো।

তৃতীয় : আমি অপমৃত্যু হোৱা চৰিত্ৰক কবৰ দিওঁ।

চতুৰ্থ : আমি নৱ-জন্ম হোৱা চৰিত্ৰক আদৰণি জনাওঁ।

প্ৰথম : আৰু এতিয়া—

দ্বিতীয় : সেইয়া আমি শুনিছোঁ।

তৃতীয় : এটা পুৰুষৰ জন্মক্ৰন্দন।

চতুৰ্থ : সেই সদ্যজাত পুৰুষটিক আমি স্বাগতম জনাইছোঁ।

প্ৰথম : আমি এটা নৱ-পুৰুষক আন্তৰিক স্বাগতম জনাম।

(প্ৰতিনিধি চাৰিজন বাবাক সিঁহতৰ মাজত লৈ সম্পূৰ্ণ যান্ত্ৰিক-ভাৱে পশ্চাদ পটৰ কাষত থকা কফিন বাকচ বা চাঙিখনৰ ওচৰলৈ যায়। বাবাই সিঁহতৰ মাজত মূৰ্তিৰ দৰে হাতত মেলি ধৰি থকা কফনখনেৰে গতি কৰিব। যে প্ৰতিনিধি

কেইজনে এটা কফিন বাকচত বাবাক তুলিহে নিছে। প্ৰতি-নিধি চাৰিজনে কফিন বা চাঙিখন তুলি লয়। বাবা তাৰ কাষতে বয়। প্ৰতিনিধিসকল আৰু বাবাৰ প্ৰস্থান। মিস্ত্ৰিয়ে সিহঁতলৈ চাই থাকে। নেপথ্যত সদ্যজাত শিশুৰ কান্দোনৰ ধ্বনি আহি থাকে। এনেতে বিত্তশীল পিঠিদি (পিছলৈ খোজ কাঢ়ি) মঞ্চত প্ৰবেশ কৰে। লগে লগে নাচনী বিত্ত-শীলৰ মুখা-মুখিকৈ, বিত্তশীলক খেদি অহাৰ প্ৰবেশ কৰে। নাচনীলৈ ভয় কৰি পিছ হোঁহকি বিত্তশীল পলাই যাওঁতেই বিপৰীতফালে মিস্ত্ৰিক দেখে। মিস্ত্ৰিয়ে খঙেৰে প্ৰায় মাৰিবলৈ খেদা মাৰিবলৈ খেদা মাৰি যোৱাৰ দৰে হাতত থকা হাতুৰি-বটালি দাঙি ধৰে। বিত্তশীলে মিস্ত্ৰিকো ভয় কৰি পশ্চাদ-পটৰ ফালে পলাবলৈ ধৰে। এনেতে প্ৰতিনিধি কেইজনে হাতত জখলাখন লৈ 'ব'ল, ব'ল আগুৱাই ব'ল, বৈ থকাৰ সকাম নাই' বুলি চিঞৰ-বাখৰ কৰি প্ৰবেশ কৰে। সিহঁতক দেখিও বিত্তশীলে ভয় খাই পিছু হোঁহকে আৰু ঘুৰি মঞ্চৰ সন্মুখলৈ, দৰ্শকৰ ফালে পলাবলৈ চেষ্টা কৰি দৰ্শকক দেখি ভয়তে আৰৌ পিছ হোঁহকে আৰু কৰ নোৱাৰাকৈয়ে সেই বিশেষ কফিন বাকচটোত উজুটি খায় আৰু লগে লগে বিত্তশীল কফিনত সোমায় পৰে। মিস্ত্ৰি, নাচনী আৰু প্ৰতিনিধিসকল কিছু আগবাঢ়ি আহে। বিত্তশীলে ভয়ত আৰ্তনাদ কৰাৰ দৰে হাত ওপৰলৈ কৰি স্থিৰ হৈ বৈ যায়। প্ৰতিনিধিসকলে ঘৃণাৰে বিত্তশীললৈ শব্দ কৰি থুৱায়। মিস্ত্ৰি আৰু নাচনীয়ে বিত্তশীললৈ খঙ আৰু প্ৰতিশোধৰ চাৱনীৰে চায়। সকলো স্থিৰ হৈ ৰয়। নেপথ্যত সদ্যজাত শিশুৰ ক্ৰন্দনৰ মাত্ৰা বাঢ়ি যাব।)

---

**ওপৰঞ্চি :** নাটকত প্ৰতিনিধিসকলে সম্পূৰ্ণ বগা-পেণ্ট আৰু চাৰ্ট পিন্ধিব। প্ৰতিনিধিসকলৰ প্ৰতিবাৰত, প্ৰতিটো পৰিবেশত বিভিন্ন ৰঙৰ (অৰ্থপূৰ্ণভাৱে) 'ৰিবণ' জাতীয় ফিটা ককালত পিন্ধি লব। নাটকত ব্যৱহাৰ কৰা বিভিন্ন সামগ্ৰীৰ পৰিবৰ্তে 'মাইম'ত কৰিব পাৰিলে ভাল হয়। অৱশ্যে এই সকলোবিলাক পৰিচালকৰ স্বকীয় সৃজন-শীল দৃষ্টিভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰিব।

নাটকত বাবা আৰু মিস্ত্ৰি মুখত দিয়া উদ্ধ কমাৰ ('—') ভিতৰত থকা সংলাপ কেইটামান হেম বৰুৱাৰ কবিতাৰ পৰা আনি ব্যৱহাৰ কৰা হৈছে।

## ॥ চৰিত্ৰলিপি ॥

১। প্ৰতিভা—এগৰাকী ২০।২১ বছৰীয়া আধুনিকা গাভৰু।

২। হেমপ্ৰভা—৪০।৪৫ বছৰীয়া এগৰাকী আধুনিকা ভদ্ৰ মহিলা। প্ৰতিভাৰ মাক।

৩। কিৰণ—এগৰাকী ২০।২৫ বছৰীয়া বোৱাৰী। প্ৰতিভাৰ ন'বৌয়েক।

৪। আৰতি—প্ৰতিভাৰ বায়েক। বয়স প্ৰায় ৩০ মান হ'ব।

৫। বীনা—আৰতিৰ জীয়েক। বয়স প্ৰায় ৯।১০ মান হ'ব।

পৰিবেশ :—ড্ৰেচিং ৰুম।

(প্ৰতিভাই 'ড্ৰেচিং টেবোল'ৰ সন্মুখত বহি চুলি আঁচোৰি থাকে। 'চেম্প' দিয়া শুকান চুলিখিনিক নতুন 'ষ্টাইল' এটা দিবলৈ বিচাৰে। কিন্তু বাৰে বাৰে ব্যৰ্থ হয়। এনেতে প্ৰতিভাৰ মাক হেমপ্ৰভা সোমাই আহে।)

হেমপ্ৰভা : ( চিঞৰি, চিঞৰি ) কিৰণ, কিৰণ !

নেপথ্যত ( কিৰণ ) : মা, কি কৈছে ?

হেমপ্ৰভা : চাওঁ এইফালে আহচোন।

( কক্ষেকৰ পাছত কিৰণ সোমাই আহে। )

হেমপ্ৰভা : বুজিছ কিৰণ, তই ড্ৰইং ৰুমটো চাফা কৰিবি। মানুহ-দুনুহ কোন কেতিয়া আহে ঠিক নাই।

কিৰণ : ভাল মা।

( কিৰণ যাব ধৰে। )

হেমপ্ৰভা : আৰু শুন, আগফালৰ পৰ্দা কাপোৰবিলাক বৰকৈ মলি হৈছে, সেইবিলাক সলাই নতুন খয়েৰ ৰঙৰ পৰ্দা কাপোৰকেইখন আঁৰি দিবি।

কিৰণ : ভাল বাৰু, পৰ্দা-কাপোৰকেইখন মই এতিয়াই সলাই দিম—

( আকৌ কিৰণ যাব ধৰে। )

হেমপ্ৰভা : আৰু শুনচোন, ফুলদানিৰ প্লাষ্টিকৰ ফুলবোৰ থুবলৈ দি দুদিনমানৰ কাৰণে সঁচা ফুল অলপ আনি ফুলদানিত থবি। বীনাকে কবি, তাই বৰুৱাণীৰ ঘৰৰ পৰা ফুল অলপ খুজি আনিব।

কিৰণ : ভাল বাৰু।

( কিৰণ যায়গৈ। )

হেমপ্ৰভা : ( নেপথ্যলৈ চাই, চিঞৰি ) আৰতি, এই আৰতি !

( কক্ষেকৰ পাছত আৰতি সোমাই আহে। )

আৰতি : কি হ'ল ? কিহলে চিঞৰি আছ ?

হেমপ্ৰভা : ঘৰলৈ কোন সময়ত কেতিয়া আলহি-দুলহি আহে ঠিক নাই। ঘৰখনলৈ অকমান চকু-কান দিবি। তইয়ে ঘৰৰ ডাঙৰজনী।

আৰতি : তই যে অকল মোকে সকলো ক'ত, অকলে কিবা ঘৰখনত ময়ে আছোনে ?

হেমপ্ৰভা : সেইয়া তোক কিবা এটা ক'লেই তই উচাৎ মাৰি উঠ। হেৰ-

তই ঘৰৰ ডাঙৰ ছোৱালী হিচাপে যিটো বুজিবি আনে সেইটো বুজ্জে নহয় -

আৰতি : ঘৰলৈ মই ইমান সোনকালে নহাহ'লে কি কৰিলিহেঁতেন ?

হেমপ্ৰভা : বিয়া, ঘৰ, জনা-বুজা মানুহ এজনী লাগে বুলিয়েইতো শাওয়েৰক কৈ বিয়াৰ আগতেই মতাই আনিছোঁ।

আৰতি : মোক ইমান বুজাৰ প্ৰয়োজন নাই। তোৰ বোৱাৰীয়েৰক ভালদৰে বুজাই দিবি। নহ'লে চাবি আকৌ চব খেলিমেলি কৰি দিব।

হেমপ্ৰভা : কিবণক মই সকলো বুজাই দিছোঁ। আগফালৰ ড্ৰইং ৰূমটো চ'ফ কৰি পৰ্দাকেইখন সলাই, ফুলদানিৰ ফুলবোৰ নতুনকৈ দিবলৈ কৈছোঁ।

আৰতি : সেইয়া, তই সেইটো কৰিবি বুলি মই জানোৱেই নহয়। কথা নাই, বতৰা নাই। চিধা দি দিলে তাইক ড্ৰইং ৰূমৰ পৰ্দাকাপোৰ সলাবলৈ।

হেমপ্ৰভা : কিয়, কি হ'ল ? তাইক সেইটো কৰিবলৈ দিলে কি হ'ব ?

আৰতি : কি হ'ব ? কি ন'হ'ব তাক নোসোধ কিয় ? তাই এইখন ড্ৰইং-ৰূমৰ কথা কি জানে ? চব ইলোটি-সিলোটি কৰি নিদিলেহে ৰক্ষা।

হেমপ্ৰভা : তাই নকৰিলে সেইবোৰ কোনে কৰিব ? আৰু নো কোন আছে ?

আৰতি : কিয়, মই মৰি গৈছো নেকি ?

হেমপ্ৰভা : অ'—তইয়ে যদি কৰ তেন্তে ঠিক আছে। যা তেতিয়াহ'লে তইয়ে সেইখিনি কৰি অ'তাগে'।

আৰতি : ইহঃ চিধা-চিধি কাম এটা মোক নোসোধা-নোপোছাকৈ কৰি পেলাব। ইফালে আকৌ বিয়াৰ ইমান দিনৰ আগতে মোক মাতি আনি, চাউত তুলি লাউত খেঁৱা দিবলৈ আনিছে—

(আৰতিয়ে ভোৰ-ভোৰাই তাৰ পৰা যায়।)

হেমপ্ৰভা : এই প্ৰতিভা—

প্ৰতিভা : কি মা ?

হেমপ্ৰভা : তই ঘৰৰ পৰা কলৈকো নাযাবি।

প্ৰতিভা : কিহ'লে মা ?

হেমপ্ৰভা : কৈছো নহয়, তইঁতক কথা এটা কলে, কিহ'লে ? কেনে ? কলৈ ? কিয় ? এণ এবুৰি প্ৰশ্ন কৰিবি।

প্ৰতিভা : নহয় মই সুধিছোহে।

হেমপ্ৰভা : সুধিবলৈ কিটো আছে! মানুহ-দুনুহ আহি আছে, তই যদি কইনাজনী হৈ ; ৰবত নাথাক তেনে মানুহে কি ক'ব ?

প্ৰতিভা : বিয়ালৈ আৰু সপ্তাহজোৰা সময় আছে, মই আজ্ঞ্চ এতিয়াৰে পৰা কইনা হলোৱেই নে ?

হেমপ্ৰভা : তই মোৰ মুখে, মুখে কথা নোকোৱাকৈ থাকিব নোৱাৰ !

প্ৰতিভা : ক'তনো মই তোৰ মুখে মুখে কথা কোৱা দেখিলি ?

হেমপ্ৰভা : হৈছে, হৈছে মনে মনে থাক। মোৰ আগত কথা ক'ব নেলাগে।

প্ৰতিভা : মাকজনীৰ আগত কথা নকৈ আকনো কাৰ আগত কথা ক'ম ?

হেমপ্ৰভা : তই বৰ বেছি কথা কবলৈ লৈছ। শুন, মই সি কৈছো তাক কৰ ; ঘৰখনলৈ অকমান চকুদিবি, কইনা হলি বুলি ওপৰ-চকুৱা নহবি।

প্ৰতিভা : তাৰমানে তই কৰবালৈ যাব ?

হেমপ্ৰভা : কিয় কৰ নোৱাৰ, আজি যে মহিলা সমিতিৰ সভা এখন আছে ? তালৈ যাব লাগে। ইকালে বজাৰত সোমাই ভুপদমণি বস্তু লব লাগিব।

প্ৰতিভা : তেতিয়াহ'লে দেখি কৰিছ কিয় ? ইকালে তই আকৌ মহিলা সমিতিৰ প্ৰেচিডেণ্ট।

হেমপ্ৰভা : এৰা, বেছি দেৰি কৰা ভাল নহয়। মই যাও...

(হেমপ্ৰভা যাবলৈ ধৰে, কিবা এটা মনত পৰি বৈ যায়।)

হেমপ্ৰভা : অ' এই বীনা, বীনা !

নেপথ্যত : (বীনা) কি হ'ল আই তা ?

হেমপ্ৰভা : চাও এইকালে আহ।

প্ৰতিভা : তোৰ আকৌ কিবা এটা লেঠা থাকিলেই।

হেমপ্ৰভা : এই ঘৰখনৰ পৰা জানো মোৰ শান্তি আছে ! মুকলিমূৰীয়াকৈ মহিলা সমিতিখনৰ চিন্তা অকমানো কৰিব নোৱাৰে"।

(বীনাই সুৰদি গাই গাই সোমাই আহে।)

বীনা : এনে আইতা নাচনী তাতে নাতিনীয়েকৰ বিয়া...(সুৰ সলায়) কি হ'লনো ? মোক কেলৈ মাতিছিলা ?

হেমপ্ৰভা : তোৰ যেতিয়া বিয়া হ'ব তেতিয়া এনেকৈ গান গাবি। মোৰ নাতিৰ বিয়া হোৱা নাই নহয়, মোৰ জীৰহে বিয়া হৈছে।

বীনা : ইহঃ হয়, মোৰ বিয়া হলে মই কিয় গান গাম ? বিয়া হলে মোৰ কিবা লাজ নেলাগিবনেকি ?

প্ৰতিভা : বীনা, তই এতিয়া এই বুলি গা ; এনেই আইতা নাচনী তাতে জীয়েকৰ বিয়া।

বীনা : ই পাই, মাহীৰ অকমানো লাজ নাই। নিজৰ বিয়া নিজেই গান গাইছে।

হেমপ্ৰভা : থ' থ' তহঁতৰ ল'ৰা খেমালি।

প্ৰতিভা : ল'ৰা খেমালি নকৰি তোমালোকৰ মহিলা সমিতিৰ সভালৈ গৈ বুঢ়ী খেমালি কৰিলেহে হ'ব।

হেমপ্ৰভা : মুখখন একেবাৰে লাও-পাত, কচু-পাত।

বীনা : ইচ্, নিজৰখনহে যেনিবা একেবাৰে আম-পাত, জাম-পাত।

প্ৰতিভা : বীনা, নাপাই নহয় ভাঙৰ মানুহৰ মুখে মুখে কথা কব।— মাঁ, তই তাইক কিয় মাতিছিলি কৈ নিদিয় কিয়?

হেমপ্ৰভা : শুন, তই বৰমানীৰ ঘৰৰ পৰা অলপ ফুল আনি মামিয়েৰক বা মাঁৰক দিবিহি ফুলদানিত থব।

বীনা : আমাৰচোন প্লাষ্টিক ফুল আছেয়েই।

প্ৰতিভা : সেইবোৰ লেতেৰা হ'ল নহয়, সেই কাৰণে সেইবোৰ খেৰে।

বীনা : মাহী, সেইবোৰ তোমাৰ বিয়াৰ কাৰণে খোৰ নহয়?

প্ৰতিভা : দেচোন খোৰ আৰু কিবা এটা কাৰণে।

বীনা : তোমাৰ লাজ লাগিছে নহয় মাহী, সেই কাৰণে বিয়াৰ কথা নোকোৱা।

হেমপ্ৰভা : অ' হেৰি নহয় প্ৰতিভা, মই যে ইয়ালৈ আহিলোঁ।... ... (সুৰ সলায়) বাৰু থাকক দে মোৰ দেৰি হ'ব। যাওঁ...

বীনা : তোমাকনো কোনে ধৰি ৰাখিছে?

হেমপ্ৰভা : এইজনী দেখিবলৈ মন নাযায়।

(হেমপ্ৰভা কোৰে বাহিৰলৈ যায়গৈ।)

বীনা : (হেমপ্ৰভা যোৱাৰ ফালে চাই, চিঞৰি চিঞৰি) দেখিবলৈ মন নাযায় নাচাবা আকৌ, মই কিবা তোমাক চাবলৈ মাতিছিলোনে?

প্ৰতিভা : মাঁ গলেই দেখোন, তই মিছাকৈ চিঞৰি মাঁৰছ কিয়? (সুৰ সলায়) বাৰু বীনা, তোক মই কথা এটা কও দেই।

বীনা : কোৱা মাহী।

প্ৰতিভা : তই বাৰু মোৰ বিয়াৰ দিনা কান্দিবিনে নেকান্দ?

বীনা : বাহঃ কেলৈ কান্দিম? বিয়াৰ দিনা মানুহৰ ফূটিহে লাগে। মই আকৌ কান্দিম কেলৈ?

প্ৰতিভা : নহয়, তই কথাটো বুজা নাই।

বীনা : নেলাগে, নেলাগে—মোক বুজাব।

প্ৰতিভা : (গহনাৰ বাকচটো খুলি খুলি) ধৰিল' মই যেতিয়া...(গহনা বাকচটো চাই, প্ৰায় আচৰিত হৈ।) আৰে! মোৰ এই বাকচটো কোনে খুলিছিল!

বীনা ঃ মই হ'লে খুলা নাই দেই। আগতে কৈ দিছো পিছত হলে মোক নধৰিবা।

প্ৰতিভা ঃ হেই, এইজনী—তোকনো কোনে মাতিছে?

বীনা ঃ নহয় মই আগৰ কথা আগতে কৈ দিছোঁ। (সুৰ সলায়) কিবা হেৰাল নেকি মাহী?

প্ৰতিভা ঃ নেহেৰাবলৈ এইখন ঘৰৰ মানুহবোৰ জানো কম?

বীনা ঃ কিনো হেৰাল?

প্ৰতিভা ঃ ধেৎ পেক্‌পেকাই নেথাকিবি।—ন'বৌ, অ' ন'বৌ—

নেপথ্যত (কিৰণ) ঃ কি প্ৰতিভা?

বীনা ঃ কি হেৰাল তাকো সুধিব নাপায়। ইচ্ কইনা হৈ একেবাৰে তেম হৈ গৈছে।

(কিৰণ সোমাই আহে।)

কিৰণ ঃ কি হ'ল প্ৰতিভা! কি হ'লে মাতিছিলা?

প্ৰতিভা ঃ মোৰ জমত কোন সোমাইছিল?

কিৰণ ঃ কেতিয়া? ক'তা মইতো কব নোৱাৰোঁ!

প্ৰতিভা ঃ তুমি আহিছিলো নেকি?

কিৰণ ঃ এতিয়া মঁায়ে মাতোতেহে আহিছিলোঁ। তাৰ পাছততো ইয়ালৈ অহা নাই।

বীনা ঃ জানা মামী, মাহীৰ গহনা বাকচৰ পৰা কিবা হেৰাল।

প্ৰতিভা ঃ মোৰ এই গহনা বাকচটো কোনে খুলিছিল?

কিৰণ ঃ ঘৰখনৰ সকলোৱেইতো ভাল মানুহ আৰু বীনাৰ বাহিৰেতো তোমাৰ বস্তু আনে নোচোৱেই।

বীনা ঃ এহ্ এতিয়া মইহে চোলো! তুমি বৰ বেয়াদেই মামী, মিছা-মিছি কথাবোৰ কিয় চুগলি কৰিছা?

প্ৰতিভা ঃ ৰ' এইজনী মনে মনে থাক।

বীনা ঃ কেলৈ মনে মনে থাকিম? কিয় মিছা-মিছি কথা ক'ব! মই আইতায়ে মাতোতেহে আহিছোঁ।

প্ৰতিভা ঃ মা ইয়াৰ পৰা। এইজনীক দেখিবলৈ মন নাযায়।

বীনা ঃ দেখিব মন নাযায় যদি নাচাবা আকৌ, তোমাকনো কোনে চাই থাকিবলৈ কৈছে।

(বীনা তাৰ পৰা উচাৎ মাৰি যায় গৈ।)

কিৰণ ঃ বাৰু বাৰু, বাৰু বাৰু কোননো ইয়াত সোমাল?

প্ৰতিভা ঃ তাকেইতো কৈছো, তুমিও অহা নাই, বীনায়েও বাকচটো চোৱা নাই; তেন্তে কোনে মোৰ এই গহনা বাকচটো খুলিলে?

কিৰণ ঃ আৰু যদি কোনোবাই খুলিছিলেই, মু'ৰ বস্তুত'ত থৈ দিব লাগিছিল।

প্ৰতিভা : নহয়, মোৰ বস্তু চোৰইবা কেনে ? মইতো কাৰো বস্তু নোচো।

কিৰণ : বাইদেউক সুধি চাইছিলা নেকি ?

প্ৰতিভা ঃ নাই সোধা, বাইদেৱে মোৰ গহনা বাকচ নোখুলে।

কিৰণ ঃ কিবা কাৰণত খুলিবও পাৰে।

প্ৰতিভা : বাৰু বাইদেউক মই সুধি চাম। ন'বৌ যোৱাচোন একাপ চাহ আনাগৈ। মই গা ধোই চাহ খোৱাই নাই। পানী গৰম আছে নহয় ?

কিৰণ : আছে। মই আনোগৈ।

( কিৰণ যায়।

প্ৰতিভা ঃ ( চিঞৰি ) বাইদেউ, আ-বাইদেউ—

নেপথ্যত ( আবতি ) ঃ কি হ'ল ? কি হ'লে চিঞৰিছ ?

প্ৰতিভা : এইফালে আহচোন।

( প্ৰতিভাই ইফালে-সিফালে বস্তবোৰ দাঙি মেলি চায়। কন্তেকৰ পাছত আবতি সোমাই আহে। )

প্ৰতিভা : মোৰ ইয়াত কোন সোমাইছিল ?

আবতি ঃ মই চকিদাৰ নেকি ? তোৰ ইয়াত কোন সোমাল কোন নোসোমাল মই চাই আছোনেকি ?

প্ৰতিভা ঃ তোকনো চকিদাৰ বুলি কোনে ক'লে ? মই সুধিছোহে মোৰ ইয়াত কাৰোবাক সোমোৱা দেখিছিলি নেকি ?

আবতি : নাই দেখা। সোমালেই যেনিবা তাবপৰানো কি একেবাৰে নগৰত জগৰ লগোৱা কাণ্ডটো হ'ল ?

প্ৰতিভা : মোৰ ঘ'ৰ বস্তু ত'ত নাই। মোৰ ইয়াৰ বস্তু কলৈ গ'ল ?

আবতি : তোৰ বস্তু কলৈ গ'ল আমি কি জানো ?

প্ৰতিভা : তইঁতে কি জানা ? ঘৰখনত জানো তইঁতে মানুহৰ নিচিনাকৈ আছ ?

আবতি : মানুহৰ নিচিনাকৈ মাথাকি কি গৰুৰ নিচিনাকৈ আছো নেকি ?

প্ৰতিভা ঃ অ' গৰু, গৰুৰ নিচিনাকৈ আছ। তইঁতে মানুহৰ নিচিনাকৈ থকা হ'লে মোৰ গহনাৰ বাকচৰ পৰা বস্তু নাইকিয়া হ'ব পাৰে নেকি ?

আবতি : তোৰনো গহনা বাকচৰ পৰা কি নাইকিয়া হ'ল ?

প্ৰতিভা ঃ যিয়েই নাইকিয়া হওক তাক তইঁতৰ জনাৰ প্ৰয়োজন নাই।

আৱতি : কি হেৰাল সুধিবও নেপাইনে ?

প্ৰতিভা : নেপাইতো মোৰ বস্তু এটা নাইকিয়া হ'লে তইঁতে আনি নিদিয় নহয়। আকৌ মইহে টকা-পইচা খৰছ কৰি আনিব লাগিব। ম'াক কলে ম'ায়ে মোকহে গালি পাৰে। ইমান অসাৱধান কিয় ? ইমান চঞ্চল কিয় ? আনোক কিয় ? তানোক কিয় ?—ইহ, মইহে অসাৱধান হ'লো ? মইহে চঞ্চল হ'লো ? এতিয়া যে মোৰ জমৰ ভিতৰৰ পৰা বস্তু এটা নাইকিয়া হ'ল তাক জানো কোনোবাই চাই আছিল ?

আৱতি : ঘৰখনৰ চৰকে জানো সুধিলি ?

প্ৰতিভা : কিটো চৰকে সুধিবলৈ আছে ?

আৱতি : মানে আৰু কোনোবা ইয়াত সোমাইছিল নেকি ?

প্ৰতিভা : আৰু কাক সুধিব লাগে ?

আৱতি : কিৰণক সুধিছিল ?

প্ৰতিভা : ন'বৌক সুধিবলৈ কিটো আছে ?

আৱতি : কিটো নাই ? তইঁতে খালি মোৰ নেওৰত ধৰি থাক, কিয় তাই ইয়ালৈ আহিছিল নে নাই সুধিব নোৱাৰিলি ?

প্ৰতিভা : ন'বৌক সুধিছিলো।

আৱতি : কি ক'লে ?

প্ৰতিভা : ইয়ালৈ অহা নাই বুলি ক'লে।

আৱতি : ইহ, একেবাৰে আজলি ছোৱালীজনীয়ে ক'লে নাই অহা বুলি, তই তাকে মানি ললি। হেৰ' দেখিবলৈহে মুনিয়া মুকিকৰ যুৰীয়া। নিবোকা গৰু গু-খোৱা যম।

প্ৰতিভা : তই এইবোৰ কি কৈছ মই হ'লে বুজি পোৱা নাই।

আৱতি : তইনো ক'ত বুজিবি, তই খালি মোকহে পাৱ। তই কি জান কিৰণৰ নিচিনা হাতলৰ এই ঘৰত দ্বিতীয় এজনী নাই···

প্ৰতিভা : এইদৰে ন'বৌৰ যা-তা কথাবোৰ মোৰ আগত নকৰি। মই সেই-বোৰ শুনিব নোৱাৰো।

আৱতি : কেনৈ শুনিব পাৰিবি ? তোৰ একেবাৰে চাহৰে মেখেলাই হুমে হুমে খোই দিয়ে নহয়।

প্ৰতিভা : কাপোৰ খোলেহে যে মানুহৰ লগত ভাল হ'ব লাগে আৰু নোখোলেই যে বেয়া হ'ব লাগে তাৰ কিবা মানে আছেনেকি ?

আৱতি : একেবাৰে বাজবাণী কৰি ৰাখ। নন্দেকৰ যদি কাপোৰ এটাই খোই দিব নোৱাৰে তেন্তে কিহ'লে বোৱাৰী হৈ এৰৰলৈ ওলাই আহিছিল ?

প্ৰতিভা : বোৱাৰী হৈ আহিলে বুলিয়েই কাপোৰ খোৱ লাগেনেকি ?

আবতি : নহ'লে কি বহুৱাই, বহুৱাই খোৱাবলৈ আনিছ ? দেখা নাই জানো তহঁতৰ ভাতে-ভৰালে একেবাৰে বৈ বৈ গৈছে নহয়—

প্ৰতিভা : সেইবোৰ কথা মোক কেলৈ ? কোনে বহি খালে, কোনে থিয়হৈ খালে ? সেইবোৰ মোৰ দৰকাৰ নাই ।

আবতি : তহঁতৰ দৰকাৰ হ'ব কেলৈ ? তহঁতৰ এইবোৰ দৰকাৰ হোৱা হ'লে কথাই নাছিল ।

প্ৰতিভা : বাইদেউ, তই বৰ কিবা-কিবি কথাবোৰ ক' ।

আবতি : কেলৈ নকম ? তাই হেৰিয়াৰৰ জীয়েকে সেইদিনা বীনাৰ ফ্ৰক এটা খোৰলৈ দিওঁতে খোই নিদিলে ।

প্ৰতিভা : সেই কাৰণে হ'বলা তই ন'বৌৰ বিষয়ে এনেবোৰ কথা কৈছ ?

আবতি : অকল সেইয়াই হ'বপাই ! সেইদিনা বীনাৰ আগত তাই কি কৈছিল সুধি চাচোন । ( নেপথ্যলৈ চাই, চিঞৰি ) বীনা, বীনা— এইফালে আহচোন ।

( কন্তেকৰ পাছতেই এখন ৰুমালেৰে নিজৰ মুখখন আঁৰ কৰি বীনা সোমাই আহে । )

বীনা : মাঁ, মোক কিহলে মাতিছিলা ?

আবতি : তোৰ মুখত আকৌ কি হ'ল ?

বীনা : একো হোৱা নাই ।—তোমাকনো কেলৈ ?

আবতি : একো যদি হোৱাই নাই, তেতিয়াহলে মুখখন ৰুমালেৰে ঢাকি ৰাখিছ কিয় ?

প্ৰতিভা : কিনো কাৰণ ?

বীনা : তোমাৰ পৰা ঢাকি ৰাখিছো আকৌ ।

প্ৰতিভা : মইনো কি জগৰ লগালো ?

বীনা : তুমি জানো অলপ আগতে কোৱা নাছিলা, মোৰ মুখ নাচাওঁ বুলি ।

প্ৰতিভা : অ' সেইটো কথা ।

বীনা : সেই কাৰণে তোমাক মোৰ মুখ নেদেখুৱাও ।

প্ৰতিভা : চাম বাৰু চাম, এতিয়াৰ পৰা তোৰ মুখখনেই চাই থাকিম । মুখৰ পৰা ৰুমালখন গুচা ।

বীনা : ( মুখৰ পৰা ৰুমাল আঁতৰাই ) অ' গুচাইছো, আজিৰ পৰা কিন্তু তেনেকৈ নকবা ।

প্ৰতিভা : নকও বাৰু ।

বীনা : মোক কেলৈ মাতিছিলা মা ?

আবতি ঃ সিদিনাখন তই অমাল এখন খোজোতে তোক মামীয়ে কি কৈছিল ?

বীনা ঃ অ' সিদিনাখন, মামীয়ে কৈছিল যে তোমাক ম'াবে ভুখনমান কমাল বনাই দিব নোৱাৰে নেকি ?—

আবতি ঃ শুনিলি, তোৰ মৰমৰ ন'বৌৰৰ অমৰ বাণী। সক ছোৱালীজনীয়ে বাক কি জানে ? তাইক যে তেনেকৈ গালী পাৰিছে…

বীনা ঃ গালি পৰা নাই নহয়, মোৰ লগত ধেমালিহে কৰিছিল।

আবতি ঃ ধেমালি, ধেমালি কৰিবলৈ আক অন্য কথা নেপালে। এই থহতা কথাবোৰে মাতিব পাৰে।

প্ৰতিভা ঃ বাইদেউ, তইয়ো বৰ আচৰিত। এই সামান্য কথাবোৰত লাগি থাকেনে ?

আবতি ঃ সামান্য, সামান্য কথা ! তইতৰ বাবে সামান্য হ'ব পাৰে। মোৰ কাৰণে নহয়।

প্ৰতিভা ঃ তইয়ে যা ন'বৌৰ লগত চুপতি মাৰি থাকগৈ।

আবতি ঃ তইনো কি জান, বন্তিপুৰা যে এবাৰ মনে মনে তাই আহি তোৰ কমত সোমাইছিল, সেইয়া জানো তই খবৰ ৰাখিছ ?

প্ৰতিভা ঃ কি ! মই গোধাত ন'বৌয়ে ইয়ালৈ নাই অহা বুলিলে, তাৰ মানে ন'বৌয়ে মিছা মাতিলে !

বীনা ঃ ম'ায়ে বৰ মিছা কথা কয়…

আবতি ঃ কি মিছা কথা ক'লো হা কি মিছা কথা কলো ?

বীনা ঃ মই দেখোন মামীৰ লগতে বান্তিপুৰাৰ পৰা একে লগে আছো, আইতাই মাতোতেহে মামী ইয়ালৈ আহিছিল।

আবতি ঃ ওলালে এইজনী কবৰাৰ পৰা বাম উকিল। তই জানো তাইৰ নেগুৰত ধৰি উলমি ফুৰিছ ?

প্ৰতিভা ঃ তইতে বৰ ওলোটা-পোলোটা কথাবোৰ কবলৈ ধৰিছ। বাইদেৱে যদি ন'বৌক ইয়ালৈ অহা দেখিছিলিয়েই তেতিয়াহলে মোক নকলি কেলৈ ?

আবতি ঃ মোৰ কি গৰজ পৰিছে, হেৰিয়াৰ জীয়েক ক'ত যাই, কত নাঙায় তাক তইতৰ আগত কৈ ফুৰিবলৈ ; মোৰ আক কাম নাই নহয় ?

বীনা ঃ হ'ব, মামীৰ লগত চুপতি মৰাও এটা কাম।

আবতি ঃ ইহ, এইজনী, এইও সেই একে বিলৰ মাছ।

প্ৰতিভা ঃ বীনাই ঠিকেই কৈছে, তোৰ ন'বৌৰ লগত চুপতি মাৰি বকাৰ বাহিৰে জানো আন কিবা কাম আছে ?

আৰতি ঃ দেখা নাই জানো তইঁতে মোক একেবাৰে হাকিমনী কৰি বহুৱাই থোৱাইছ নহয়। সিফালে ন'বৌৱে যে···

প্ৰতিভা ঃ ন'বৌ, ন'বৌ খালি ন'বৌ। ন'বৌয়ে আমোক কৰিলে, ন'বৌয়ে তামোক কৰিলে। তই দেখোন ন'বৌৰ গাত বাৰ্কৈ লম্ভিছ?

বীনা ঃ অ' মা, মামীৰ গাত একেবাৰে গেঁাসানী লম্ভাদি লম্ভিছে। এতিয়া তোমালোক বায়েক-ভনীয়েকে লাগি থাকা আমি লোকে মাতিব নাহো—

( বীনা ভাবপৰা যায়গৈ। )

আৰতি ঃ তইঁতে যদি মোৰ কথা-বতৰা সহ্যই কৰিব নোৱাৰ, তেতিয়াহ'লে মোক বিয়াৰ আগতেই মতাই আনিছিলি কিয়? বিয়াৰ দিনা আলহি লগত আহি আলহিৰদৰে ক্ষন্তেক দেখা দি গুচি গলোহেঁতেন। —সোথই ভাল আছিল।

প্ৰতিভা ঃ তই বিয়াৰ আগতেই আহিলি ভাল কৰিলি। এতিয়া তই তোৰ কাম কৰ, ন'বৌয়ে ন'বৌৰ কাম কৰক। তই আকৌ মাজতে ন'বৌৰ লগত জেঁাট-পোটখন কৰিছ কিয়?

আৰতি ঃ তইঁতৰ কথাই কথা, মোৰ কথা কথাই নহয়! এই ঘৰত যদি মোৰ হাতৰ কাম লাগে তেতিয়াহলে ন'বৌয়েৰক বহি থাকিবলৈ কৰি, নহলে মই কোনো কাম নকৰোঁ।

প্ৰতিভা ঃ সেইয়া তোৰ আকৌ ন'বৌ।

আৰতি ঃ ক'মটো, তোৰ যদি ন'বৌয়েৰৰ গুণ-গৰিমা শুনিবই নোৱাৰ, তেনেহ'লে কান বন্ধ কৰ।

প্ৰতিভা ঃ অ' মই ন'বৌৰ কোনো কথাই শুনিব নিবিছাৰোঁ। মোৰ আগত ন'বৌৰ কোনো কথাই নকৰি।

আৰতি ঃ শুনিবিতো, মই তোৰ কি হও? তাইহে তোৰ সহোদৰ বাই। আমিতো তোৰ একোৱেই নহয়। চাৱি কুকুৰক লাই দি গললৈকে চপাই লৈছ—

( খঙেৰে আৰতি ভাবপৰা যায়গৈ। )

প্ৰতিভা ঃ ( নিজেই নিজেই ) কলো নহয়, এইখন ঘৰ; ঘৰ গুচি বাঁহ তল হ'ল। বাইদেউতো বাইদেৱেই, ন'বৌও জানো কম!

( অলপ পাছতে হাতত একাপ চাহলৈ কিৰণ সোমাই আহে। )

কিৰণ ঃ প্ৰতিভা, এইয়া চাহ লোৱা।

প্ৰতিভা ঃ ন'বৌ তুমি বোলে আজি পুৱা মোৰ ইয়াত সোমাই ছিলা?

(কিৰণে প্ৰতিভালৈ চাহ কাপ আগবঢ়াই দিয়ে। প্ৰতিভাই লয়।)

কিৰণ : ক'ত ? মইতো অহা নাছিলো ! কোনে ক'লে মই আহিছিলো বুলি ?

প্ৰতিভা : বাইদেৱে।

কিৰণ : জানো নহয়, বাইদেউৰ বাহিৰে আন কাৰো কথা নহয়।

প্ৰতিভা : তুমি অহাতো হয় ?

কিৰণ : তোমাক কোৱা নাছিলো জানো, মঁায়ে মাতোতেহে আহিছিলো ; তাৰ আগতে অহা নাছিলোঁ।

প্ৰতিভা : তেতিয়াহ'লে বাইদেৱে কেনেকৈ ক'লে ?

কিৰণ : বাইদেৱে মিছা মাতিছে। বাইদেউ থকা মানে মই এইখন ঘৰত থাকিব নোৱাৰো। কিবা এটা হেৰাব মোৰ বদনাম, ইটো হব মোৰ বদনাম, সিটো হব মোৰ বদনাম। ইচ্, এই ঘৰখনৰ সকলো সৰ্বনাশৰ মূল যেনিবা মইহে !

প্ৰতিভা : তোমাকনো কোনে কৈছে, তুমিয়েই সৰ্বনাশৰ মূল বুলি ?

কিৰণ : তেতিয়াহ'লে বাইদেৱে সকলো কথাতে কিয় মোৰ বদনাম গায় ? মই ভেখেত আহিলে সকলো ক'ম নহয়। মই কৈছিলোৱেই বাইদেৱে মোক চকুৰে দেখিব নোৱাৰে।

( প্ৰতিভাই খঙেৰে চাহে-তাহে হাতৰ চাহ কাপ পেলাই দিয়ে—)

প্ৰতিভা : এইবোৰ কাৰ মূৰটো ধোইছিলা ?

কিৰণ : মোৰ ওপৰত খং খালে কি হ'ব ?

প্ৰতিভা : কিয় খং নকৰিম ? বাইদেৱে এনেয়ে তোমাক কেট্‌কেটাই নেথাকে !

কিৰণ : মইনো কি কৰিলোঁ ?

প্ৰতিভা : তুমি কি কৰা নাই ? চাহকাপ আনিছা একেবাৰে কাপ-প্লেটত বগা, বগা সেই লোপা পিঠা গুৰি লাগি আছে। কিয় সেইবোৰ ভালদৰে চাফা কৰি আনিবা নোৱাৰিলা ?

কিৰণ : কেনেবাকৈ পিঠাগুৰি বাটোতে তাত অকমান লাগিল। সেই বুলি আক এনেকৈ চাহখিনি দলি মাৰি দিয়ে নে ?

( পেলাই দিয়া কাপ-প্লেট মজিয়াৰ পৰা তোলে। )

প্ৰতিভা : মই এতিয়া ঘৰৰ ছোৱালী কাৰণেহে, আলহি আহিলে এনে কাপত চাহ দিলে কি ভাবিব ? তোমাৰ নিজৰ নাকটোতো কাটিবাই লগতে আমাৰো কাটিবা।

কিৰণ : তোমালোকে যদি মোৰ কোনো কামেই ভাল নোপোৱা তেতিয়াহ'লে মই কি কৰিব পাৰো ? ভেখেত আহিলে ক'ম-মোক দেউতাৰ ঘৰত থৈ আহিব।

প্ৰতিভা : তোমাক ঘৰলৈ যাবলৈনো কোনে কৈছে ?

কিৰণ : নগৈ কি কৰিম ! বাইদেৱেতো চকু-পাৰিবে দেখিব নোৱাৰে, এতিয়া তুমিও দেখিব নোৱাৰা হৈছা। মোৰনো এইখন ঘৰত কি অধিকাৰ আছে !

প্ৰতিভা : কিয়, তোমাৰ অধিকাৰ নাই কাৰ আছে ? বাইদেউ এতিয়া লোকৰ ঘৰৰ। মইও দুদিনমানৰ পাছত এঘৰলৈ যামগৈ। তেতিয়া তোমাৰ অধিকাৰ নেথাকি আমাৰ থাকিব নে ?

( এনে আৱতি খুব কোবেৰে, খঙত সোমাই আহে। )

আৱতি : প্ৰতিভা, মই এইখন ঘৰত এখন্তেকো থাকিব নোৱাৰো। মই এতিয়াই ঘৰলৈ যামগৈ। ( নেপথ্য লৈ চাই চিঞৰি ) বীনা— বীনা কাপোৰ কানি চুটকেছত সোমোৱা···

কিৰণ : কি হ'লনো বাইদেউ ?

আৱতি : কি হ'লনো বাইদেউ ! এতিয়া লেন ছেলাব আহিছ ? তই মোক মুখেৰে নেমাতিবি।

কিৰণ : মইনো আপোনাক কি কৰিলো ?

আৱতি : তই কি কৰা নাই ? তই জানো কেতিয়াবা মোক মানুহ বুলি গণ্য কৰ ?

প্ৰতিভা : বাইদেউ, তোৰ কি হৈছে ? তই পাগল হলি নেকি ?

আৱতি : পাগল কোন হৈছে ? মই নে তইঁত ? অলপ ভালকৈ মেণ্টল হচ্পিটালত পৰীক্ষা কৰাই আহিবি গৈ।

প্ৰতিভা : কি হ'ল মুখ খুলি নক' কিয় ?

আৱতি : ( কিৰণক উদ্দেশ্য কৰি। ) ড্ৰইং ৰুমৰ পদাকেইখন সলাবলৈ তোক কোনে কৈছিল ?

কিৰণ : মঁায়ে কৈছিল।

আৱতি : মঁাক মই মনা কৰিছিলো নহয় ?

কিৰণ : মঁাকহে কৈছিল, মোকতো মনা কৰা নাছিল।

আৱতি : দেখিলি তাই কেনেকৈ মোৰ মুখে মুখে মুখ চলাইছে। মই ক'লো নহয়, এইখন ঘৰত থাকিব নোৱাৰো—বীনা, এই বীনা—

কিৰণ : আপুনি যাব কিয় ? তেখেত আহিলে মোক দেউতাৰ ঘৰত থৈ আহিব ক'ম।

আৱতি : কি তেখেত তেখেত মাৰিছ ? তই আকৌ তোৰ তেখেতক ঘৰৰ পৰা লৈ আহিছিলি নহয় !

কিৰণ : মইনো লৈ আহিছো বুলি কেতিয়া কলো ? আপোনালোকৰহে সহোদৰ ভাই। আমাৰনো কি হয় ?

প্ৰতিভা : ন'বৌৱেনো মনে মনে নাথাকা কিয় ?

আৰতি : তাই, তাই মনে মনে থাকিব ? মই সেই বয়েনটোক কৈছিলোৱেই ছোৱালী বিয়া কৰাইছ চাই-চিতি কৰা। মি-ত্তি ছোৱালী বিয়া নকৰাবি।

কিৰণ : মই জানো নহয়, আপুনি মোক দেখিব নোৱাৰে। কাৰণ মোক বিয়া কৰাবলৈ, আপুনিতো তেখেতক সন্মত দিয়া নাছিল।

আৰতি : অ' মই তাক মনা কৰিছিলো। সেইজনী জানকি একেবাৰে মাটিৰ নিচিনা ছোৱালী। সি আকৌ টাউনৰ ছোৱালী বিয়া কৰে।

প্ৰতিভা : বাইদেৱেনো কি পুৰণি কথাবোৰ ধৰি আছ ? ককাইদেৱে কিবা নিজৰ ইচ্ছাত বিয়া কৰাইছিলনে ? মা-দেউতাই মত দিওতেহে বিয়া কৰাইছিল।

আৰতি : অ' এতিয়া মাইতে এই গোসানীক ধূপ-ধূনা দি পূজা কৰক।

কিৰণ : মই কাকো পূজা কৰিবলৈ কোৱা নাই। মই গোসানীত নহয়।

প্ৰতিভা : ন'বৌ হ'ব। তুমি মনে মনে থাকা

কিৰণ : কি মনে মনে থাকিব লাগে ? মনে মনে থাকি বহুত সহ্য কৰিলোঁ। আৰু মনে মনে থাকিব নোৱাৰি। যদি মনে মনে থাকিব লাগে মোক ঘৰত থৈ আহিলে হ'ল। নহ'লে মই মনে মনে নাথাকোঁ।

(বীনা সোমাই আহে।)

বীনা : মা, কাপোৰ চুটকেচত সোমোৱালো। অ' মামী ফুল আনি মেজৰ ওপৰত থৈ আহিছোঁ। —মা কৰবালৈ ফুৰিবলৈ যাবা নেকি ?

আৰতি : ফুৰিবলৈ নাযাওঁ।

বীনা : তেন্তে ক'ত যাবা ?

আৰতি : ৰসাতললৈ যাম।

বীনা : ৰসাতললৈ যাবলৈ জানো কাপোৰ-কানি চুটকেচত ভৰাব লাগে ? মই আকৌ ভাবিছিলো ফুৰিবলৈ যাবা বুলি।

আৰতি : ঘৰলৈ যাম। ইয়াত আৰু নাথাকো।

বীনা : কিয় মাহীৰ বিয়া নাখাম জানো ?

আৰতি : মাহীয়েৰৰ বিয়া তোৰ মামীয়েৰক খাবলৈ ক'—

বীনা : মামীয়েতো খাবই, আমিও খাম আকৌ। মই হ'লে বিয়া নোখোৱাকৈ নাযাওঁ।

কিৰণ : তোমালোক যাব নেলাগে বীনা। মোৰ পৰাই এইখন অশান্তি, মইয়ে আজি ঘৰলৈ যামগৈ।

বীনা : অ-আই ! এইখন আকৌ কি কথা ! এবাৰ মায়ে ক'ব ঘৰলৈ যাওঁ, এবাৰ মামীয়ে ক'ব ঘৰলৈ যাওঁ। সবেই যদি ঘৰা-ঘৰি যায়গৈ তেতিয়াহ'লে মাহীৰ বিয়াখন কি হ'ব ?

প্ৰতিভা : আচলতে মই বুৰ্বক। মোৰ কামত তইঁতক সোমাবলৈ দিয়াই ভুল। তইঁতে নোসামোৱা হ'লে মোৰ বস্তু নেহেৰাই আৰু ইমান তাণ্ডৱ কৰিয়াখনও নহয়। (ড্ৰেচিং টেবুলৰ ওপৰত থকা মেক্-আপৰ বস্তবোৰ লৈ মজিয়াত জোৰে, জোৰে পেলায়।) এইবোৰ, এইবোৰ চব ভাঙি দিম। মোক কোনো বস্তু নেলাগে। এইবোৰ পেলা-পেলা—

আৰতি : প্ৰতিভা!

কিৰণ : প্ৰতিভা, তুমি এইবোৰ কি কৰিছা?

প্ৰতিভা : মোক এইবোৰ নেলাগে। নেলাগে। মোৰ ইয়াৰ বস্তু ক'ত যাব? ইয়াৰ পৰা মোৰ বস্তু নাইকিয়া হ'বলৈ ভৰি নাই নহয়, খোজ কাঢ়ি পলাব যে। পেলা—এইবোৰ পেলা—

বীনা : (নেপথ্যলৈ চাই) মাহী, মাহী সোঁৱা আইতা আহিছে।

প্ৰতিভা : ক'তা? (নেপথ্যলৈ চাই) মঁা, মঁা চাও এইফালে আহচোন। (হেমপ্ৰভা সোমাই আহে।)

হেমপ্ৰভা : কি হ'ল? কিহলে চিঞৰিছ?

প্ৰতিভা : কেলৈ নিচিঞৰিম?

হেমপ্ৰভা : এইবোৰ কিয় এনেকৈ থান-বান কৰি পেলাইছ?

প্ৰতিভা : নেপেলাবলৈ এইখন ঘৰ, ঘৰ কৰি ৰাখিছ নহয়? মোৰ ইয়াৰ বস্তু কেনেকৈ নাইকিয়া হ'বলৈ পালে? মোৰ বস্তু যেই-সেই কিয় চুব?

হেমপ্ৰভা : কি হেৰাল ভালদৰে বিচাৰ-খেঁাচাৰ কৰ, চিঞৰি-বাখৰি এইখন লাং লাং, থাং থাং কৰিছ কিয়?

বীনা : আইতা, আইতা ইয়াৰ কাৰণে মামী আৰু মঁা কাজিয়া হ'ল।

হেমপ্ৰভা : তইঁতে আকৌ কিহৰ কাৰণে কাজিয়া কৰিবলগীয়া হ'ল?

বীনা : আৰু—মঁা আৰু মামীয়ে ঘৰা-ঘৰি যাবলৈ ওলাইছে।

হেমপ্ৰভা : কি হ'ল? তইঁতে ক'ৰ ঘৰলৈ যা'তা?

কিৰণ : প্ৰতিভাৰ কিবা এটা হেৰাল, বাইদেৱে মোক চোৰ ধৰিছে।

আৰতি : তোক মই কেতিয়া চোৰ বুলিছিলোঁ?

কিৰণ : মুখেৰে নকলে কি হ'ল? আকাৰে ইঙিতে মোকেই চোৰ বোলা হ'ল।

আৰতি : চোৰ বুলিলেই চোৰ হৈ গলিনে? চোৰ কৰিছিলে চোৰ হবি। নহ'লে কিয় চোৰ হবি?

কিৰণ : অকল সেয়াই নহয়, আপুনি মোক পৰ্দাকাপোৰ লগাবলৈ কোৱাৰ

বাবে মই সলাই দিলো। কিন্তু বাইদেৱে পৰ্দাকাপোৰ সলোৱাৰ বাবে মোক দোষিছে।

আৰতি : ( হেমপ্ৰভাক ) তইতো পৰ্দাকাপোৰ সলাবলৈ মোক কৈছিলি।

হেমপ্ৰভা : তোক মইতো কোৱা নাই, তইহে নিজেই কৰিম বুলি কৈছিলি।

আৰতি : অ' এতিয়া সকলোৰোৰ দোষ মোৰ গাতেই। মই এনেয়েই জানো ঘৰলৈ যাবলৈ ওলাইছো। বীনা, বল-ইয়াত আৰু থাকিব নোৱাৰো।

বীনা : মাৰ লগত এতিয়া মইও মাহীৰ বিয়া খাবলৈ নাপাওঁ।

আৰতি : বৰ মাহী, মাহী চেলাইবলৈ আহিছে। কিহৰ মাহীতাল? আমি ঘৰৰ মানুহ হোৱা হ'লে, এইজনীয়ে ইমান মুখৰ ওপৰত উৰিবলৈ নাপায়।—চাবি তইতক এই এসেকা দিয়েই এৰিব।—তেতিয়া মোক নকবি।

হেমপ্ৰভা : তই কিয় কিৰণক দেখিব নোৱাৰ সেইয়া মই জানো নহয়। তোৰ গিৰিয়েৰ জেঠায়েকৰ জীয়েকক বয়েনলৈ নানিলো কাৰণেই তই কিৰণক দেখিব নোৱাৰ।

আৰতি : অ' নোৱাৰিমতো। তইঁতে জানো সেইবাৰ মোৰ নাক-কান কটা নাছিলি? তেখেত, বীনাৰ দেউতাকে মোক কথাই কথাই কিমান ঠাট্টা কৰি থাকে সেইয়া মইহে জানো।

হেমপ্ৰভা : তাৰবাবে কিৰণৰ গাত কি দুখ? আমিহে ছোৱালী চাই আনিছো। তাই নিজেই আহি আমাৰ ঘৰত চপাহি নাই নহয়।

আৰতি : চাই আনিলি, ভাল কৰিলি। এতিয়া টোপকে পৰিবলৈ নিদিবি। চাবি আকৌ—তোৰ বোৱাৰীয়েৰক মূৰত থলে ওকনিয়ে খাব, মাটিত থলে গুৰি পকৰাই কুটিব।—নৈকৈছো নহয়—একেবাৰে অপেশ্বৰীজনী—

কিৰণ : মই অপেশ্বৰী বুলি কাকো কবলৈ যোৱা নাই নহয়।

আৰতি : ই-অউ! এইৰ মুখখন জুই দিলেও নোপোৰে।

হেমপ্ৰভা : হ'ব, হ'ব তইঁতৰ কাজিয়া বঢ়াব নেলাগে। তইঁতৰ কাজিয়া দেখিছো—জুৰ পুৰি হাত পালে। মই এতিয়াই আহি নোপোৱা-হলে এইখন কিবা হ'লহেঁতেন। ভাগ্য ভাল আজি সদস্যা গোট নোখোৱাৰ বাবে আমাৰ মহিলা সমিতিৰ সভাখন নহ'ল আৰু সেইবাবেই মই সোনকালে ঘৰলৈ ওচি আহিলো। নহলে দেখিছো ইহতে এইখন ঘৰ গুচাই বাহতল কৰিলেহেঁতেন।

প্ৰতিভা : এই কথাই কথা নহয়। তইঁতে এইদৰে কথাৰ যেহেতু যাৰি থাকিলে মোৰ ঘ'ৰ বস্তু ত'ত আহি নাথায়।

বীনা : মাহীৰ কি বস্তু হেৰাল নকৈ আকৌ—ইফালে এনেয়েই খং কৰি আছে।

প্ৰতিভা : কি হেৰাল কোৱাৰ দৰকাৰ নাই নহয়। মোৰ কথা হ'ল— মোৰ বস্তু, মোৰ ইয়াৰ পৰা কোনে ছোৱ বা কিয় ছোৱ ?

হেমপ্ৰভা : কিনো ইমনি ডাঙৰ বস্তুটো হেৰাল, তাকে লৈ যে তই ইমানকৈ কোঢ়াল কৰিবলগীয়া হৈছে ?

প্ৰতিভা : যিয়েই নেহেৰাওক। মোৰ লাগিলে এপইচাৰ বস্তু হেৰাক। কিন্তু মোৰ বস্তু। মোৰ ইয়াৰ পৰা কুটা-এগজো নাইকিয়া হ'ব বা কিয় ? এই কহনা বাক্চৰ পৰা বস্তু নাইকিয়া হ'বলৈ, এইখন ঘৰত কোন চোৰ সোমাল ?

হেমপ্ৰভা : আহঃ কি হেৰাইছে, তাক নক'কিয় ?

প্ৰতিভা : মই গা ধোই আহি চাও মোৰ গহনা বাকচৰ ঘ'ৰ বস্তু ত'ত আগৰদৰে ঠিক মতে নাই। কোনোবাই গহনা বাকচৰ পৰা কালি বীনাৰ লগত বজাৰৰ পৰা কিনি অনা নতুন লিপিষ্টিক-ডাল নাই।

হেমপ্ৰভা : অ' সেইটো কথা।

বীনা : সেই সামান্য বস্তুটোৰ কাৰণে ইমান কোঢ়াল নে ?

প্ৰতিভা : সামান্য মানে ? আজি সামান্য বস্তু এটা হেৰাল, কালিলৈ ডাঙৰ এটা হেৰাব। এইদৰে দেখিছোঁ লাহে লাহে ঘৰখনত চোৰৰ বাহ হ'ব।

হেমপ্ৰভা : তই গা ধোবলৈ যাওঁতে অহানি তোৰ ইয়াৰ পৰা লিপিষ্টিকডাল মইয়ে নিলোঁ। তোক সোধা নহ'ল।

আটায়ে : কি ?

হেমপ্ৰভা : আজি-কালি মহিলা সমিতিৰ গাভৰু বুঢ়ী সকলো সভ্যাই পাউডাৰ স', লিপিষ্টিক আদি ঘহি টাইল কৰি সভালৈ যায়। মই অকলে টকা, টকাভাৱে যাবলৈ লাজ লগা হৈ বাবে তোৰ লিপিষ্টিককেই অকমান ঘহিলো। অহানি তোক কবলৈ আহিছিলো। কিন্তু কথাৰ লাচতে কবলৈ পাহৰিলো।

আবৰ্তি : এইবাৰ হে এইবাৰ বুঢ়ীৰ গা উঠিল। ঘহিলি ঘহিলি, লিপিষ্টিকডাল লাগত লৈ যাবলৈ কিহে পাইছিল ?

হেমপ্ৰভা : কথা কওঁতে লিপিষ্টিক ওঁঠত শুকাই যাই বাবে লগতে সক লোকিং

গ্লাছখন আৰু লিপিষ্টিকডাল লৈ লৈছিলো। যাতে ঘনে ঘনে ঘহি থাকিব পাৰো।

বীণা : বাহৰে, বাহ! এইবাৰ আমাৰ বুঢ়ী আইতা, গাভৰু হ'ব। গাভৰু আইতা হ'ব। মই জানো এনেই গাইছিলো— (সুৰদি) '...' অ' আইতা, আইতা অ'—এনেই আইতা নাচনী তাতে নাতিনীয়েকৰ বিয়া...। (সুৰ সলায়) ইহ, নাতিনীয়েকৰ নহয় পাই জীয়েকৰ—জীয়েকৰ বিয়া। (সুৰদি) '—ৰ' আইতা যাইতা অ'—এনেই আইতা নাচনী তাতে 'জীয়েকৰে বিয়া...'

(আঠায়ে বাণীলৈ চাই হাঁহে।)

———